# অসমৰ বনজ সম্পদ







শ্ৰীফটিক চন্দ্ৰ গগৈ




অসম সাহিত্য সভা

ASAMAR BANAJA SAMPAD— A Book about FOREST RESOURCES OF ASSAM in Assamese language compiled by Shri Phatik Chandra Gogoi IFS, Ex-Additional C.C.F., Assam, Retired chief Conservator of Forests and Chief Wildlife Warden, Meghalaya, Shillong and Ex-Adviser, Forests (Wildlife & Environmental Planning) Meghalaya, Shillong, Ex-member, Asian Elephants Specialist Group/International Union for Conservation of Nature and Natural Resources, Survival Service Commission & Published by Shri Satish Chandra Choudhury, General Secretary, Asam Sahitya Sabha, Chandra Kanta Handique Bhavan, Jorhat-785 001. First Edition 1990, Price Rs. Tweenty Five only.

---

অসমৰ বনজ সম্পদ

লেখক ঃ

শ্ৰীফটিক চন্দ্ৰ গগৈ

গ্ৰন্থ স্বত্ব ঃ অসম সাহিত সভা

প্ৰকাশক ঃ

শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-৭৮৫০০১

মূল্য ঃ পঁচিশ টকা মাত্ৰ

প্ৰথম প্ৰকাশ ঃ ১৯৯০
ছপা সংখ্যা ঃ ১১০০ কপি

বেটুপাতৰ শিল্পী ঃ
শ্ৰীচিত্ৰ দাস

ছপাশাল ঃ

ইউনাইটেড্ কিং প্ৰেছ
আৰ, জি, বৰুৱা ৰোড, গুৱাহাটী - ৭৮১ ০২৪



## প্ৰধান সম্পাদকৰ একাষাৰ

অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ সিদ্ধান্ত অনুযায়ী 'পৰিচয় গ্ৰন্থমালা' শিতানত এলানি তথ্যমূলক পুথি প্ৰকাশ কৰাৰ দিহা কৰা হৈছিল। সেই আঁচনি বাস্তৱমুখী কৰাৰ অভিপ্ৰায়েৰে বিগত বছৰৰ ফেব্ৰুৱাৰী মাহত বিশ্বনাথ চাৰিআলিৰ কমলাকান্ত ক্ষেত্ৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ ষষ্ঠ পঞ্চাশতম অধিবেশনৰ মুকলি সভাত খনদিয়েক গ্ৰন্থ উন্মোচিত হৈছিল। সেই আশাপ্ৰদ আঁচনিৰ স্বৰূপ পূৰ্ণাংগভাৱে ৰূপায়ণ কৰাৰ ওপৰত যথাযোগ্য গুৰুত্ব আৰোপ কৰি চলিত বছৰটোত কেইখনমান সমধৰ্মী পৰিচয় ভিত্তিক পুথি ৰাইজলৈ আগবঢ়াবৰ বাবে পাৰ্যমানে যত্ন কৰা হৈছে।

এই আঁচনিত অন্তৰ্ভুক্ত কৰিবৰ বাবে প্ৰকৃতিবিদ শ্ৰীফটিক চন্দ্ৰ গগৈদেৱে তেখেতৰ অভিজ্ঞতালব্ধ জ্ঞানেৰে যুগুত কৰা "অসমৰ বনজ সম্পদ" শীৰ্ষক পুথিৰ পাণ্ডুলিপি প্ৰকাশৰ বাবে আগবঢ়োৱাত তেখেতক সাহিত্য সভাৰ তৰফৰপৰা ধন্যবাদ জনালোঁ। অসমৰ অৰণ্য ভূমিবিলাকত পুঞ্জীভূত হৈ থকা বিভিন্ন প্ৰকাৰৰ গছ-বিৰিখ, তৃণ-তৰু-গুল্মৰ দৃশ্যপট বিজ্ঞানসন্মতভাৱে অংকিত কৰি তেখেতে পুথিখন ৰচনা কৰি উলিয়াইছে। তদুপৰি বনবিহাৰী জীৱ-জন্তু, বন-বিহংগম, কীট-পতংগ, মৎস্য সম্পদ আদিকো সামৰি লৈ এখনি সৰ্বাংগ সুন্দৰ পুথি পাঠোপযোগীভাৱে যুগুত কৰিছে।

অসম সাহিত্য সভাৰ মাননীয় সভাপতি শ্ৰীনৰকান্ত বৰুৱাদেৱৰ সময়োচিত দিহা পৰামৰ্শ আৰু উৎসাহ উদ্দীপনা অবিহনে 'পৰিচয় গ্ৰন্থমালাৰ আঁচনি'ত গ্ৰন্থখনৰ ৰূপদান দিয়া সম্ভৱপৰ নহ'লহেঁতেন। সেয়ে তেখেতলৈ সশ্ৰদ্ধ কৃতজ্ঞতা জনালোঁ।

গুৱাহাটীৰ ইউনাইটেড কিং প্ৰেছৰ স্বত্বাধিকাৰ শ্ৰীউমেশ কুমাৰ ফুকন আৰু তেখেতৰ কৰ্মীবৃন্দই অশেষ পৰিশ্ৰম কৰি অতি কম সময়ৰ ভিতৰতে পুথিখন ছপা কৰি দিয়াৰ বাবে সাহিত্য সভাৰ তৰফৰপৰা তেখেতসকললৈ শলাগ জনালোঁ। গুৱাহাটী চান্দমাৰীৰ শিল্পানুষ্ঠান 'বিশাল'ৰ স্বত্বাধিকাৰী তথা উদীয়মান চিত্ৰশিল্পী শ্ৰীচিত্ৰ দাসে বেটুপাতৰ প্ৰস্তুত কৰি দিয়াৰ বাবে সাহিত্য সভাৰ ফালৰপৰা তেওঁকো ধন্যবাদ জনালোঁ।

আমাৰ সদাশয় বিদ্বৎমণ্ডলী, বন, ভূমি সংৰক্ষণ আৰু পশুপালন বিভাগৰ বিষয়া, কৰ্মচাৰীসকল, ছাত্ৰ-ছাত্ৰী আৰু সৰ্বসাধাৰণ ৰাইজ এই পুথিখনদ্বাৰা উপকৃত হ'ব বুলি আশা কৰিছোঁ।

"চিৰ চেনেহী মোৰ ভাষা জননী"

২৫ ডিচেম্বৰ, ১৯৯০
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট – ৭৮৫ ০০১

শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# আগকথা

অসমৰ বনভূমিবিলাকত নানা প্ৰকাৰৰ উদ্ভিদে উৎকৰ্ষ লাভ কৰি অনুপম প্ৰাকৃতিক পৰিৱেশৰ সৃষ্টি কৰিব পাৰিছে। নানা কাৰণত কোনো কোনো বনাঞ্চলৰ অৱনতি ঘটিছে আৰু ইয়াৰ ফলশ্ৰুতিত বহুতো মূল্যবান প্ৰাকৃতিক সম্পদ হ্ৰাস পাই অহাটো পৰিলক্ষিত হৈছে। আচলতে আমি এতিয়া এটা সংকটপূৰ্ণ সন্ধিক্ষণত উপনীত হৈছোঁহি।

এইবৃক্ষ সমাজৰ অৰ্থনৈতিক আৰু ব্যৱহাৰিক মূল্য ইমান বেছি যে গছ গছনিৰ অবিহনে মানৱ জাতিয়ে পৃথিৱীত জীয়াই থকাটো অসম্ভৱ হৈ পৰিব। বৃক্ষ সমাজৰ অৱদান ইমান সুদূৰ প্ৰসাৰী যে সেই অমূল্য সম্পদৰাজিৰ বিপৰ্যয় ঘটিলে. অনিষ্ট সাধন হ'লে আৰু কোনো নিৰ্দিষ্ট জাতৰ গছৰ অপমৃত্যু ঘটি বংশোচ্ছেদ হ'লে মানৱ সভ্যতাৰে বিপৰ্যয় ঘটিব। থকা ঘৰ নিৰ্মাণ কৰা, চকি, মেজ, পালেং আদি তৈয়াৰ কৰাৰ বাবে যি কাঠৰ প্ৰয়োজন হয় সেই কাঠৰ যোগান এই গছ গছনি বিলাকেই ধৰি আহিছে। প্ৰকৃত পক্ষে একো একোডাল গছক আমি কাঠ নিৰ্মাণৰ একোটা কাৰখানা বুলি অভিহিত কৰিব পাৰোঁ। এই কাঠ নিৰ্মাণ কৰিবৰ বাবে গছ গছনিবোৰক কোনো যন্ত্ৰপাতি নালাগে। আন নালাগে কোনো প্ৰকাৰৰ কেঁচা সামগ্ৰী ব্যৱহাৰ নকৰাকৈ এই গছবিলাকে কাঠ নিৰ্মাণ কৰিবৰ বাবে দিনে নিশাই কামত ব্যস্ত হৈ থাকে। এই ব্যস্ততাৰ পৰিণামত যিবিলাক বৃহৎ বৃক্ষৰ উৎপত্তি হয় সেই বৃক্ষ সমাজেই মানৱ জাতিৰ কল্যাণৰ বাবে প্ৰচুৰ পৰিমাণৰ কাঠৰ যোগান ধৰে। কিছুমান জাতৰ গছে উপাদেয় ফলৰ যোগান ধৰি আমাৰ খাদ্যাভাৱ পূৰণ কৰে। আন কিছুমানে নানা ৰং-বিৰঙৰ

পুষ্প বা পত্ৰ ধাৰণ কৰি অনুপম সৌন্দৰ্যৰ পোহাৰ মেলে। তদুপৰি ৰোগ-ব্যাধি নিৰাময় কৰিব পৰা গুণ ধাৰণ কৰা কিছুমান বৃক্ষ-তৰু-লতাই মানৱ সমাজলৈ অভূতপূৰ্ব অৱদান আগবঢ়াই আহিছে আৰু ভৱিষ্যতেও যে ঠিক তেনেদৰেই মূল্যবান সামগ্ৰীৰ যোগান ধৰি থাকিব তাৰো ইংগিত দিছে ।

প্ৰাকৃতিক পৰিৱেশৰ পৰিশোধন, প্ৰকৃতিৰ ভাৰসাম্য সংৰক্ষণ আৰু বায়ু বিশুদ্ধকৰণ আদি বিষয়তো এই বৃক্ষ সমাজে পোনপটীয়া অবিহণা যোগাই মানৱ জাতিৰ কল্যান সাধি আহিছে । এই গছ-গছনিবিলাক মৰিও অমৰ । এজোপা গছ কাটি পেলালে তাৰ গুটি পচাই নতুন গছ লগাব পাৰি । অথচ খনিজ প্ৰাকৃতিক সম্পদৰ ক্ষেত্ৰত এই নিয়ম প্ৰযোজ্য হ'ব নোৱাৰে । সেইবাবে এই বৃক্ষ সমাজৰ পুনৰ উৎপাদন অব্যাহত ৰাখি যাউতিযুগীয়া কৰিবৰ বাবে জাতীয় চৰকাৰে বৃক্ষৰোপণৰ বিভিন্ন আঁচনি প্ৰবৰ্ত্তন কৰিছে । তদুপৰি সামাজিক বনানিকৰণৰ ভাৰ-ধাৰা প্ৰৱৰ্তন কৰি সামাজিক উন্নতি সাধন কৰিবলৈ যত্ন কৰিছে ।

উদ্ভিদ ৰাজিৰ বাহিৰে নানা প্ৰকাৰৰ জীৱজন্তু, পক্ষীকুলৰ প্ৰাণী, সৰীসৃপ, মৎস্য আৰু কীট-পতংগবিলাক লগলাগি এক বিৰাট জীৱ সমাজৰ সৃষ্টি কৰে । ভিন্ ভিন্ ৰূপত বিকাশ সাধন হোৱা এই জীৱ গোষ্ঠীক ধাৰণ আৰু প্ৰতিপালন কৰি ৰাখিবৰ বাবে মাটি-পানীত মিহলি হৈ থকা ক্ষুদ্ৰাকাৰ জীৱ, উদ্ভিদ আৰু ৰসায়নিক জীৱহীন পদাৰ্থই অবিহণা যোগায় । এইদৰে অনাবিল গতিত সমগ্ৰ জীৱ সমাজৰ উৎকৰ্ষ সাধন আৰু পৰিবৰ্ত্তনৰ চকৰি চিৰকাল ঘূৰি থাকে । নিৰ্জীৱ পদাৰ্থ আৰু জীৱ ধাৰণ কৰা নানা বিধ প্ৰাণীৰ সংমিশ্ৰণ আৰু সহ-অৱস্থানত যি সামগ্ৰিক পৰিৱেশৰ সৃষ্টি হয় সেই পৰিৱেশেই একো একোটা বিৰাট পৰ্য্যাবৰণৰ (Environmental Ecosystem) সৃষ্টি কৰে । পৰ্য্যাবৰণৰ কোনো এবিধ সামগ্ৰীৰ হানি বিঘিনি হ'লে আন বিধৰ ওপৰত তাৰ ভয়াবহ ৰূপ প্ৰতিবিম্বিত হয় ।

এই নিৰ্জীৱ আৰু জীৱন্ত সত্বাৰ বিৱৰ্তন আৰু উৎকৰ্ষ সাধনত প্ৰকৃতিয়ে নিজেই ইন্ধন যোগায় । সূৰ্যৰ কিৰণৰপৰা উদ্ভিদ গোষ্ঠীয়ে শক্তি আহৰণ কৰে । শিপাৰ জৰিয়তে মাটি-পানীৰ-পৰা আৱশ্যকীয় খাদ্য সামগ্ৰী গোটাই লয় । তৃণ-পল্লৱ ভোজী প্ৰাণীবিলাকে এই উদ্ভিদ ভক্ষণ কৰি জীৱন ধাৰণ কৰে । মাংস সেৱী প্ৰাণীবিলাকৰ কিছুমানে আংশিকভাৱে উদ্ভিদৰ ওপৰত আৰু আংশিকভাৱে তৃণভোজী প্ৰাণীৰ মাংসাদিৰ ওপৰত নিৰ্ভৰ কৰি জীৱন ধাৰণ কৰে । ইহঁতে তৃণভোজী প্ৰাণী বিলাকৰ দৰে উদ্ভিদৰপৰা আহাৰ সংগ্ৰহ কৰি নিজৰ জীৱন সুঁতি অব্যাহত ৰাখিবৰ বাবে প্ৰোটিন, কাৰবোহাইড্ৰেড আদি পাকস্থলীত প্ৰস্তুত কৰি ল'ব নোৱাৰে । পৰ মুখাপেক্ষী হৈ জীৱন ধাৰণ কৰা প্ৰাণীবোৰক আমি মাংসসেৱী প্ৰাণীৰ (Predator) আখ্যা দিওঁ । বাঘ, সিংহ আদি যিবিলাক মহা পৰাক্ৰমী হিংসাকুৰীয়া প্ৰাণীয়ে সম্পূৰ্ণভাৱে অন্যান্য জন্তুৰ মাংসাদি ভক্ষণ কৰি নৰজী ধাৰণ কৰে সেইবিলাকক আমি চূড়ান্ত পৰ্যায়ৰ মাংসভোজী প্ৰাণী (Super Predator) নামেৰে অভিহিত কৰোঁ ।

সংখ্যা হিচাপে উদ্ভিদবিলাকেই পৃথিৱীৰ ওপৰি ভাগত সৰ্ব্বোচ্চ পৰিমাণৰ সৃষ্টি প্ৰতিফলিত কৰিছে । দ্বিতীয়তে তৃণ-পল্লৱ ভোজী প্ৰাণীবোৰে আৰু সৰ্বশেষত মাংসাহাৰী জীৱ সমাজে বিকাশ লাভ কৰি এটাৰ ওপৰত আনটো গাঁঠি তৈয়াৰ কৰিব পৰা এটা স্তম্ভ বা পিৰামিডৰ সৃষ্টি কৰে । এক বৃহৎ জীৱ সমাজে ধাৰণ কৰা সামগ্ৰিক সৃষ্টিত প্ৰতিফলিত হোৱা জীৱ স্তম্ভটো তলৰ ফালৰপৰা ক্ৰমে ওপৰলৈ সৰু হৈ এক প্ৰকাৰৰ যৌগিক ৰূপ ধাৰণ কৰাৰ বাবে ইয়াক জীৱসমাজৰ পিৰামিড বুলিয়েই অভিহিত কৰা হয় ।

উচ্চাভিলাসী মানৱে নিজৰ সুবিধাৰ বাবে জীৱ সমাজৰ ওপৰত প্ৰচণ্ড আঘাত নিক্ষেপ কৰি প্ৰকৃতিৰ ভাৰসাম্যত মহা পয়মালৰ সৃষ্টি কৰিছে । ফলশ্ৰুতিত পৃথিৱীৰ উপৰি ভাগৰ সাৰুৱা মাটি-

বোৰ ক্ৰমে জহি খহি গৈ সমূদ্ৰমুখী হৈছে। নদীৰ অৱৱাহিকাবোৰত পাহাৰী মাটিৰ গেদ পৰি পৰি বাম হৈছে। জলবাসী মাছ কাছৰ স্বাভাৱিক বিকাশৰ বাবে সেইবোৰ পৰিৱেশ অনুপযুক্ত হৈ পৰাৰ উপক্ৰম হৈছে। বৃক্ষসমাজক ধৰাশায়ী কৰি পাহাৰৰ বুকু বোৰ উদং কৰাৰ ফলত সেইবোৰ ঠাইৰ গভীৰ তলিত থকা পাথৰ বোৰে মূৰ ডাঙি ওপৰলৈ উঠি আহিছে। উদ্ভিদ সমাজৰ উৎপত্তি আৰু উৎকৰ্ষ সাধনৰ বাবে এইবোৰ অনুকূল পৰিবেশ চিৰদিনৰ বাবে অনুপযুক্ত হৈ পৰিবলগীয়া হৈছে। ভৈয়াম অঞ্চল বিলাকত থকা নদী নলাবোৰ পোত গৈ গৈ বাম হৈছে। নদীৰ বুকুৰেদি বৈ যোৱা পানীৰ সঁুতি উভৈনদী হৈ গ্ৰামাঞ্চল, বনাঞ্চলবিলাকত বন্যাৰ সৃষ্টি কৰি মানৱ সমাজলৈ দুৰ্গতি কঢ়িয়াই আনিছে। অৰ্থনৈতিক বিকাশ সাধন তথা সদ্যজন্মা মানৱৰ অভাৱ পূৰণৰ বাবে প্ৰকৃতিৰ ওপৰত যি বিশ্বজোৰা আক্ৰমণ অব্যাহত হৈছে তাৰ ফলশ্ৰুতিত বিশ্বমানৱে প্ৰতি দিনে বহু পৰিমাণৰ মাটি বসবাসৰ অনুপযুক্ত কৰিব ধৰিছে। বহুতো পৰিমাণৰ মাটিৰ উৎপাদন শক্তি সমূলঞ্চে লোপ পাই মৰুভূমিৰ ৰূপ ধাৰণ কৰিবলগীয়া হৈছে।

পৃথিৱীৰ বিভিন্ন দেশত জন্ম লাভ কৰা বিজ্ঞানী তথা চিন্তাশীল ব্যক্তিসকল সেইবাবে চিন্তান্বিত হৈ পৰিছে। তেওঁলোকে ৰাজনৈতিক কৰ্ণধাৰসকলক আৰু লগতে সমগ্ৰ মানৱ সমাজক সতৰ্কবাণী শুনাই দি ক'ব ধৰিছে যে যদিহে প্ৰাকৃতিক সম্পদৰ ধ্বংস কাৰ্য নিম্নগামী কৰি পুনৰ উৎপাদনৰ কাৰ্যসূচীবোৰ ধাৰাবাহিকভাৱে প্ৰৱৰ্তন কৰাৰ দিহা অনতিপলমে কৰা নহয় তেতিয়া অদূৰ ভৱিষ্যতে সমগ্ৰ মানৱ সমাজ ভীষণ বিপৰ্যয়ৰ সন্মুখীন হ'বলগীয়া হয়!

ওপৰোক্ত বিষয়সমূহৰ ওপৰত যথাযোগ্য গুৰুত্ব আৰোপ কৰি সমগ্ৰ বিশ্ববাসীৰ খোজৰ লগত খোজ মিলাই অসমৰ বন

# অসমৰ বনজ সম্পদ (উদ্ভিদ ৰাজি)
## FLORA

শ্যাম বৰণীয়া অসম আইৰ সাৰুৱা ভূমি নানা জাতীয় উদ্ভিদ সম্পদেৰে পৰিপূৰ্ণ হৈ আছে। তাৰে কিছুমান বৃহৎবৃক্ষ, কিছুমান মজলীয়া আকাৰৰ গছ আৰু আন কিছুমান তৃণ-তৰুলতাৰ ৰূপত বিকশিত হৈ আছে। কাঠফুলা (Fungus) গোষ্ঠীৰ পুষ্পহীন উদ্ভিদ আৰু অনুপম পুষ্প ধাৰণ কৰা কপৌফুল (Orchid) বিলাকে এই উদ্ভিদ সম্পদৰ একো একোটা অভাৱনীয় অঙ্গৰূপে আত্ম প্ৰকাশ কৰিছে। উল্লেখযোগ্য যে আমাৰ সৰহ সংখ্যক উদ্ভিদ সংৰক্ষিত বনাঞ্চল বিলাকতে পুঞ্জীভূত হৈ আছে। আন কিছুমানে বিভিন্ন ঠাইৰ অনুকূল পৰিবেশ বিলাকত প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছে।

পূৰ্বাঞ্চলৰ ভৌগোলিক অৱস্থান, জলবায়ু, মাটি পানীত মিহলি হৈ থকা ৰসায়নিক পদাৰ্থৰ মাত্ৰা আৰু সমুদ্ৰপৃষ্ঠৰ পৰা তুলনামূলক উচ্চতাৰ তাৰতম্যই এই উদ্ভিদ সমাজৰ বিতৰণ পদ্ধতি নিৰ্দ্ধাৰণ কৰাত যোনপটীয়া প্ৰভাৱ বিস্তাৰ কৰিছে। প্ৰকৃতিবিদ পণ্ডিত সকলে অনুসন্ধান সাপেক্ষে নিৰ্ণয় কৰিবলৈ সক্ষম হৈছে যে ভূ-পৃষ্ঠৰ সৰহ সংখ্যক জাতৰ প্ৰাকৃতিক সম্পদ গ্ৰীষ্মমণ্ডলীয় এলেকা বিলাকত বিকশিত হৈছে। অসমখন গ্ৰীষ্ম প্ৰধান আৰু বৰষুণ প্ৰধান অঞ্চলত অৱস্থিত হৈ থকাৰ বাবে বহুতো জাতি উপজাতি উদ্ভিদৰ বাবে এইখন ৰাজ্য অপূৰ্ব-সুন্দৰ মিলন ভূমিত পৰিণত হোৱাটো পৰিলক্ষিত হৈছে।

জলবায়ুৰ দ্বাৰা প্ৰভাৱান্বিত হোৱা অসমৰ উদ্ভিদ সমাজক

তিনিটা নিৰ্দিষ্ট ভাগত ভাগ কৰিব পৰা যায়। উজনি অসমত চিৰ-হৰিৎ (Ever-green), মধ্য অসম আৰু উত্তৰ পৰ্যায়া বনাঞ্চল বিলাকত মিশ্ৰিত গোষ্ঠীৰ বৃক্ষ সমাজে (Semi-evergreen) প্ৰাধান্য লাভ কৰিছে। পাৰ্বত্য অঞ্চল বিলাকত বাঁহ আৰু সৰল জাতীয় গছৰ প্ৰাদুৰ্ভাৱ বিশেষ ভাৱে পৰিলক্ষিত হৈছে। কাছাৰ জিলাৰ উদ্ভিদক মিশ্ৰিত গোষ্ঠীৰ বৃক্ষ সমাজে প্ৰতিনিধিত্ব কৰিছে। নামনি অসমত জাৰকালি পাত সৰি লঠঙা হোৱা বৃক্ষৰ প্ৰাধান্য পৰিলক্ষিত হৈছে। তলত এই যাবতীয় বৃক্ষ সমাজক প্ৰতিনিধিত্ব কৰা এখন সংক্ষিপ্ত তালিকা সন্নিবেশিত কৰা হৈছে।

### (১) অক্ষি বা বাঁজীঔ (Okshi or Bajiow)

Dillenea pentagyna. Family—Dellineaceae

ডেলিনিয়া পেণ্টাগাইনা। বৰ্গ—ডেলিনিয়েছি।

এবিধ মজলীয়া আকাৰৰ বনৰীয়া গছ। গা গছৰ বাকলিৰ ৰং ছাই বৰণীয়া হয়। পাতবোৰ ধপলা-ধপল। ফুল ফুলিলে সৰু সৰু ঔটেঙাৰ নিচিনা ৰূপ ধাৰণ কৰে। এইবিধ গছৰ পৰা উৎপন্ন হোৱা কাঠ কোমল হয়। সেই কাৰণে এই কাঠ কোনো বিশেষ কাৰ্যৰ বাবে উপযোগী বুলি বিবেচনা কৰা নহয়। তৰপীয়া কাঠ (plywood) নিৰ্মাণ কৰিবৰ বাবে চেষ্টা চলোৱা হৈছিল যদিও সেই কাঠত ক'লা চেকা ওলোৱাৰ বাবে আশাজনক ফল লাভ কৰিব পৰা নাই এথোন।

### (২) অগৰু (Agaru or Sachi)

Aquilaria agallocha. Family—Thaimeliaceae.

একুইলেৰিয়া আগলোচা। বৰ্গ—থাইমেলিয়েছি।

চাপ বা চাম্পুং (কাৰ্বি)

এবিধ অলপ ডাঙৰ আকাৰৰ পোলোঙা গছ। সাধাৰণতে গভীৰ অৰণ্য ভূমি বিলাকৰ মাজত অন্যান্য জাতীয় গছৰ সহ-



যোগত ইয়াৰ উৎপত্তি পৰিলক্ষিত হয়। বাকলিৰ উপৰি ভাগৰ বৰণ মদকৰা। পাতৰ আকাৰ সৰু হয়। কাঠফুলা গোষ্ঠী উদ্ভিদৰ আভ্যন্তৰীণ আক্ৰমণৰ ফলত গা-গছৰ ভিতৰ ভাগ ঠায়ে ঠায়ে পচিবলৈ ধৰে। এই পচা কাঠৰ পৰা অগৰু তেল আদি অতি মূল্যবান পণ্যদ্ৰব্য প্ৰস্তুত কৰা হয়।

### (৩) অৰ্জুন (Arjun)

Terminalia arjuna. Family—Combretaceae

টাৰমিনেলিয়া আৰ্জুনা। বৰ্গ—কম্ব্ৰেটেছি

সেউজ বৰণীয়া ডিম্বাকৃতি কৈ দীঘলীয়া পাত ধাৰণ কৰা এবিধ বিতোপন গছ। বহুতো মানুহে পদূলি মুখত আৰু আলিবাটৰ কাষত ইয়াৰ পুলি ৰোপণ কৰে।

### (৪) অমৰা বা আমৰা (Amora or Hog Plum)

Spondias mangifera. Family—Anacardiaceae

ডেৰগিং আছিং (মিছিং), চিমিং আৰং (কাৰ্বি), টাইছিৰি (বড়ো)

কোমল কাঠ ধাৰণ কৰা মজলীয়া আকাৰৰ গছ। পাতবোৰ দীঘল চানেকীয়াকৈ গুৰি বহল আৰু আগজোঙা হয়। ডাল পাত ভাঙিলে তাৰ পৰা আমৰ গোন্ধ বাহিৰ হয়। পকা ফলৰ উপৰি ভাগ খাবলৈ টেঙা-মিঠা লাগে। কুমলীয়া ফলৰ পৰা আচাৰ তৈয়াৰ কৰিব পাৰি। কাঠ কোনো কামৰ উপযুক্ত নহয়।

### (৫) অশোক (Ashok)

Saraca indica. Family—Leguminaceae

চাৰাকা ইন্দিকা। বৰ্গ—লেগুমিনেছি। মিৰ ক্ৰেম্ আৰা (কাৰ্বি)

সৰু আকাৰৰ জোপোহা গছ। গা-গছ আৰু ঠাল ঠেঙুলিৰ বাকলি ছাই বৰণীয়া হয়। পাত বিলাক দীঘল চানেকীয়া হয়। নতুনকৈ ওলোৱা কুঁহিপাতৰ বৰণ বঙচীয়া হয়। থোপা-থোপে পুষ্প গুচ্ছৰ বিকাশ সাধন হলে গোটেই গছ জোপা ৰমক-ঝমক হৈ পৰে। শোভাবৰ্দ্ধনৰ বাবে এইবিধ বিতোপন গছ আমাৰ

বহুতো মানুহে বাৰীত লগায়।

(৬) অষ্ট্ৰেলিয়াৰ একেচিয়া (Australian acacia)
Acacia auriculiformis, Family—Leguminaceae.
একেছিয়া অ'ৰিকুলিফৰ্মিছ। বৰ্গ—লেগুমিনেছি।

ধুনীয়া গঢ়ৰ, মজলীয়া গছ। এইবিধ অসমৰ থলুৱা গছ নহয়। ইয়াৰ স°চ পূৰ্বতে অষ্ট্ৰেলিয়া মহাদেশৰ পৰা ভাৰত-বৰ্ষলৈ অনা হৈছিল। শিৰা-উপশিৰাৰ চিন চাব নথকা পাতবোৰ মৰম লগাকৈ আকৰ্ষণীয় হয়। প্ৰকৃতপক্ষে এই পাতবোৰক ঠাৰিৰ ৰূপান্তৰ বুলি কব পাৰি। জাৰকালি থোপা থোপে ফুলা ফুলবোৰৰ বৰণ হালধীয়া হয়। শোভাবৰ্দ্ধনৰ বাবে এই বিধ গছ কেতিয়াবা ডৱা ডৱাকৈ আৰু কেতিয়াবা গাইগুটীয়া ভাৱে লগোৱা হয়। গা গছ আৰু ডালৰ পৰা উৎপন্ন হোৱা কাঠ খৰি হিচাপে ব্যৱহাৰ কৰিব পাৰি।

(৭) আজাৰ (Ajhar or Jharul)
Lagerstromia flosreginae, Family—Lythraceae.
লেগাৰ্ষ্ট্ৰমিয়া ফ্লচ ৰিজাইনা। বৰ্গ—লেগুমিনেছি।
জাৰুল (কাছাৰ) চেহাৰ আৰং (কাৰ্বি) আজাৰ আছিং (মিছিং) আওজাৰ (বড়ো) আজ্‌ঞি (ৰাভা)

মজলীয়া আকাৰৰ জাৰকালি পাতসৰা গছ। পাতবোৰ গুৰি বহল আৰু আগজোঙাকৈ অলপ দীঘল চানেকীয়া হয়। বাকলিৰ ৰং ছাই বৰণীয়া। ফুলৰ বৰণ বেঙুনীয়া। বাৰিষা থোপা থোপে ফুলি পুষ্প গুচ্ছ বিলাকৰ বিকাশ সাধন হলে গোটেই জোপা গছ ৰমক্ ঝমক্ হৈ পৰে। সৌন্দৰ্য্য বৰ্দ্ধনৰ বাবে বাটৰ কাষত শাৰী শাৰীকৈ লগাই দিব পাৰি। পোন গছ কাটি ঘৰৰ খুটা লগাব পাৰি। গাড়ীৰ চকা বনোৱা, নাও সজা আদি কামতো ইয়াৰ কাঠ ব্যৱহাৰ কৰা হয়।



(৮) আঠাবৰ (Indian Rubber tree)
Ficus elastica, Family—Moraceae
ফাইকাচ্ ইলাষ্টিকা। বৰ্গ—মোৰেছি।
ডেৰাক আৰং (কাৰ্বি)

এবিধ প্ৰকাণ্ড আকাৰৰ মেলাহিকৈ ডালধৰা ওখ-ডাঙৰ গছ। বাকলিৰ বৰণ মদকুৰা হয়। গছ জোপাত ঘা লগালে সেই ঘাৰ পৰা এক প্ৰকাৰ আঠা ওলায়। সেই আঠা ৰবৰ তৈয়াৰ কৰা কামত ব্যৱহাৰ কৰিব পাৰি।

(৯) আম (Am or Mango)
Mangifera india. Family—Anacardiaceae
মেঙ্গিফেৰা ইন্দিকা। বৰ্গ—আনাকাৰদিয়েছি।
থাৰবি আৰং (কাৰ্বি) কেইদি আছিং (মিছিং) থাইজু (বড়ো) পচো (ৰাভা) থিং-জু (তিৱা)

ডাঙৰ আকাৰৰ সদা-সেউজ গছ। পাতৰ আকৃতি গুৰি আৰু আগৰ ফালে জোঙাকৈ দীঘলীয়া হয়। মাজ ভাগৰ ঠাৰিডাল জিলিকি থাকে। সমান কাষৰীয়া পাতবোৰৰ স্থাপন ৰীতি সৰহ ক্ষেত্ৰত গাঁঠি আকাৰে সৰ্বদিশ বিয়পা হয়। ফাগুন-চ'ত মাহতে আম মলিয়ায় আৰু জেঠ-আহাৰত ফলবোৰ পুৰঠ হৈ পকিবলৈ আৰম্ভ কৰে। আমাৰ অসমত উৎপন্ন হোৱা আমতকৈ ভাটি ফালৰ আমবোৰ বেছি সোৱাদ আৰু নিৰোগী হয়। তৰপীয়া কাঠ নিৰ্মাণ কৰা, পেকিং বাকচ তৈয়াৰ কৰা আদি কামত আম গছৰ কাঠ ব্যৱহাৰ কৰিব পাৰি।

(১০) আমলখি (Amlakhi or Emblic myrobalan)
Phyllanthus emblica Syn. Emblica officinalis.
Family— Euphorbiaceae
ফাইলেন্থাচ্ এম্বলিকা বিকল্পে এম্ব্লিকা অফিচিনেলিচ্।
বৰ্গ—ইউফৰবিয়েছি। আমলাই (বড়ো) আম্বালৰি, আমবুাউ (ৰাভা)

মজলীয়া আকাৰৰ ছিবিলি-পতীয়া গছ। গা-গছৰ ৰং ছাই বৰণীয়া। ফুলবোৰ আকাৰত সৰু আৰু এই ফুলৰ পৰা আমলখি ফলৰ উৎপত্তি হয়। সামান্য ভাৱে শিৰ থকা গোটা আকাৰৰ বাটলু গুটিতকৈ অলপ ডাঙৰ ফল ধৰে। এই ফল খাবলৈ কেঁহা কেঁহা লাগে। ঔষধত এই ফল ব্যৱহাৰ কৰা হয়। আমলখি শিলিখা আৰু ভোমোৰাৰ ফল লগ লাগি ত্ৰিফলা হয়। এইবিধ গছ কোনো কোনো লোকে বাৰীত লগায়। বনাঞ্চল বিলাকত ঠাই বুজি ভৰা ডৰাকৈ ইয়াৰ উৎপত্তি হয়।

(১১) আমাৰি (Amari)

Amoora wallichii. Family—Meliaceae

আমোৰা ৱালিচিয়াই। বৰ্গ—মেলিয়েছি।

ৰাঙী ৰাতা (কাছাৰ) দিং গাৰি (বড়ো) গাৰ্লিং (মিছিং)

এবিধ অলপ ডাঙৰ আকাৰৰ সুকাঠী গছ। পাতবোৰ দীঘলীয়াকৈ আগজোঙা হয়। গা-গছত কুঠাৰ বা দাবে কাটি ঘা লগালে বগা বৰণীয়া আঠা সদৃশ পানী ওলায়। ফুল ৰঙচুৱা। চকি, মেজ, পালেং আদি তৈয়াৰ কৰা কামত ইয়াৰ কাঠ ব্যৱহাৰ কৰা হয়।

(১২) আঁহত (Peepul tree)

Ficus religiosa. Family—Moraceae.

ফাইকাচ বিলিজিয়োছা। বৰ্গ—মোৰোছি।

চিৰি (কাৰ্বি) ফাক্লি (বড়ো) ধপ্ পান (ৰাভা)

টুন্-ৰুঙ্ (আহোম) কেঃনে (মিছিং)

ডাঙৰ আকাৰৰ এবিধ ধুনীয়া গছ। নেজাল পহীয়া খোপোকা পাতবোৰ দীঘল ঠাৰিৰ পৰা ওলাই আহি ওলমি থাকে। বতাহ বলিলে পাতবোৰ নাচি নাচি থাকে। হিন্দুৱে এইবিধ গছক পবিত্ৰ জ্ঞান কৰে আৰু পূজা পাতলত ব্যৱহাৰ কৰে।



(১৩) আহৈ (Ahoi) ভাইটেক্স পেডাঙ্কুলাৰিচ্। বৰ্গ—ভাৰ্বিনেছি

Vitex peduncularis. Family—Verbinaceae.

আচাই (বড়ো) ইং-হেত্-লুংহিন (কাৰ্বি)

মজলীয়া আকাৰৰ তিনি পতীয়া গছ। পাতৰ আকাৰ আগৰ ফালে জোঙা আৰু গুৰিৰ ফালে বহুণীয়া হয়। ব্ৰেক ৱাটাৰ জ্বৰত আহৈ গছৰ পাত ঔষধ ৰূপে ব্যৱহাৰ কৰা হয়।

(১৪) ইউকেলিপ্টাছ (Eucalyptus)

Eucalyptus spp. Family—Myrtaceae.

পূৰ্বতে অষ্ট্ৰেলিয়া মহাদেশীয় গছ। এতিয়া ভাৰতত লগোৱা হৈছে। অসমতো ইয়াক লগোৱাৰ ধুম পৰিছে। এইবিধ গছৰ কেবাটাও জাত আছে। কাগজ তৈয়াৰ কৰা কামত ব্যৱহাৰ কৰা হয়।

(১৫) ওদাল (Odal)

Sterculia villosa. Family—Sterculiaceae

ষ্টাৰকুলিয়া ভিলোছা। বৰ্গ—ষ্টাৰকুলিয়েছি

ওদলা (বড়ো) চেকং, জিন্তিকং (কাৰ্বি)

মজলীয়া আকাৰৰ আওকাঠী গছ। গা-গছৰ বাকলিৰ বৰণ মদৰুৱা হয়। বাকলি খন বখলিয়াই তাৰ ভিতৰত থকা আঁহবোৰৰ পৰা ৰছী তৈয়াৰ কৰিব পাৰি।

(১৬) উৰিয়াম (Uriam)

Bischofia javanica. Family—Euphorbiaceae.

বিস্কফিয়া জাভানিকা। বৰ্গ—ইউফৰবিয়েছি।

ফাং পুত (কাৰ্বি) টাকিৰ (মিছিং) থাইছু (বড়ো)

জাৰকালি গোটেইবোৰ পাত একে সময়তে সৰি লঙঠা ৰূপ ধাৰণ কৰা এবিধ অলপ ডাঙৰ আকাৰৰ পৰ্ণপাতী গছ। যৌগিক পাতবোৰৰ গঠন প্ৰণালী জখল-খপীয়া হয়। ফলবোৰ জামুৰ

দৰে মঙহাল আৰু ফলৰ ভিতৰত উৎপত্তি হোৱা গুটিবোৰৰ আকাৰ সৰু সৰু হয়। ভাটৌ পঘূ মা আদি চৰায়ে এই ফলবোৰ খায়। কাঠৰ মানদণ্ড মধ্যমীয়া।

(১৭) ঔটেঙা (Owtenga)

Dillenia indica. Family—Deliniaceae

ডিল্লেনিয়া ইন্দিকা। বৰ্গ—ডেলিনিয়েছি।

থাইগীৰ (বড়ো) পাম ঠৈ (ৰাভা) অৰাও (তিৱা) চম্পা (মিছিং)

মজলীয়া আকাৰৰ সদা-সেউজ গছ। পাতবোৰ ধপলা-ধপল হয়। গোটা আকাৰৰ পুষ্প গুচ্ছই একো একোটা ফলৰ ৰূপ ধাৰণ কৰে। ফুলৰ চুপহিবোৰ বখলিয়াই বখলিয়াই মানুহে খায়। ত্বক বা টেঙা দিয়া আঞ্জা কৰিও খায়। কাঠৰ মানদণ্ড সিমান উন্নত পৰ্যায়ৰ নহ'লেও দলঙৰ খুটা, ৰেলৰ শায়ী কাঠ লগোৱা কামত ব্যৱহাৰ কৰা হয়।

(১৮) কঁঠাল (Kathal or Jack fruit)

Artocarpus integrifolia. Family—Moraceae.

আৰটোকাৰ্পচ ইনটিগ্ৰীফলিয়া। বৰ্গ—মোৰেছি।

জাং রুং (কাৰ্বি) খান্থাল (বড়ো) পাং চুং (ৰাভা)

খান্দাল (লালুং) টুন-মাক-লাও (আহোম) বেলাং (মিছিং)

অলপ ডাঙৰ আকাৰৰ সদা-সেউজীয়া গছ। পাতবোৰ চামুচৰ দৰে থোপোকা হয়। ফলবোৰ আকাৰত প্ৰকাণ্ড হয়। ফলৰ উপৰি ভাগে খহলা-খহলি ৰূপ ধাৰণ কৰে। ফলৰ ভিতৰত যিবোৰ গুটি ধৰে সেই গুটিবোৰৰ উপৰিভাগ কোমল ধৰণৰ বাদুৰে আগুৰা থাকে। এই বাদুবোৰ কঠালটো পকিলে খাবলৈ মিঠা হৈ পৰে। কেচাই কেচাইও খাব পাৰি। কঁঠাল গছৰ পৰা উৎপন্ন হোৱা কাঠ ফালি চকি, মেজ আদি লাগতিয়াল সৰঞ্জাম তৈয়াৰ কৰিব পাৰি।



(১৯) কদম (Kadam, Raghu)

Anthocephalus cadamba. Family—Moraceae.

এন্থোছিফালচ কদম্বা। বৰ্গ—মোৰেছি।

কাগম, কদম (বড়ো) কদম পান (ৰাভা) কদম (মিছিং)

এবিধ ডাঙৰ মিধৰ বনৰীয়া গছ। গা গছৰ বাকলিৰ বৰণ মদৰুৱা হয়। পাতবোৰ ধপলা ধপল। এই বিধ গছৰ কাঠ ফালি জুইশলাৰ বাহ তৈয়াৰ কৰা কাৰ্যত ব্যৱহাৰ কৰিব পাৰি।

(২০) কৰ্দৈ (Kordoi)

Averrhoea carambola. Family—Oxalidaceae

এভেৰিয়া কাৰাম্বলা। বৰ্গ—অক্জেলিডেছি।

কামৰেঙা, খাদ্দই (বড়ো) কামলেঙা, কিৰ্দে (ৰাভা) তৰতে (কাৰ্বি) কৰ্দৈ (মিছিং)

সৰু আকাৰৰ জোপোহা গছ। পাতৰ দাঁতি ভাগত ঠায়ে ঠায়ে কৰতৰ দাঁতৰ নিচিনা খাজ কটা দাগ থাকে। ফলবোৰে দীঘল পহীয়াকৈ শিৰ পতা ৰূপ ধাৰণ কৰে। এটা জাতৰ ফল খাবলৈ টেঙা আৰু আনটো জাতৰ মিঠা হয়। কৰ্দৈৰ ৰস খালে বহুতো বেমাৰৰ পৰা হাত সাৰিব পৰা যায়। কৰ্দৈৰ ৰস চেপি চৰ্বত কৰিব পাৰি। আচাৰ কৰিও খাব পাৰি।

(২১) কফি (Coffee)

Coffia arabica and Coffia robusta.

কফিয়া আৰাবিকা আৰু কফিয়া ৰোবাষ্টা।

Family—Rubiaceae. বৰ্গ—ৰুবিয়েছি।

সৰু আকাৰৰ জোপোহা গছ। বিদেশৰ পৰা সঁচ আনি ভূমি সংৰক্ষণ বিভাগে অসমৰ পাৰ্বত্য অঞ্চলত লগাইছে। ইয়াৰ দুটা জাত আছে। ফলবোৰ পকিলে গছৰ পৰা ছিঙি আনি ৰ'দত শুকুওৱা হয়। সেই ফল মেচিনত ভাঙি গুড়ি কৰি কফি পাউদাৰ তৈয়াৰ কৰে।

(২২) **কৰৈ (Koroi)**

Albizia procera. Family—Leguminaceae

আল্‌বিজিয়া প্ৰচেৰা । বৰ্গ—লেগুমিনেছি ।

ব্ৰাৰল্ আৰং (কাৰ্বি) টান্‌টাৰি আছিং (মিছিং) লাথ্‌ৰি (বড়ো)

সৰুফুটীয়া যৌগিক পাতৰ এবিধ সুকাঠী প্ৰকাণ্ড গছ । সাধাৰণতে পলসুৱা আৰু বালিঅহীয়া মাটিত উৎপত্তি হয় । ফুলৰ বৰণ হালধীয়া হয় । ফল ছিৰাছিৰে ধৰে । প্ৰত্যেকটো ছিৰাৰ ভিতৰত ৬ টাৰ পৰা ১০ টা পৰ্যন্ত চেপেটা চেপেটা গুটি ধৰে । বগা বৰণীয়া পলসখিনি বাদ দি কাঠৰ কুণ্ডাৰ ভিতৰ ভাগ ক'লা হয় । এই কাঠৰ পৰা বাতাম, তক্তা আদি কৰিব পাৰি ।

(২৩) **কল (Plantain or Banana)**

Musa sanguinea. Family—Musaceae

মুজা চেঙ্গোইনিয়া । বৰ্গ—মুজেছি ।

থালিত বিফাং (বড়ো) ফিন্ (কাৰ্বি) বেফাং, ৰেঠে (ৰাভা) থেলফাং (তিৱা)

ডাল নথকা মজলীয়া আকাৰৰ কোমল গছ । গা গছ ডাল তৰপা-তৰপী পতুৱাৰে ঢাক খাই থাকে, কলফুল বা কলডিল পুৰঠ হলে কলধৰা থোকৰ উৎপত্তি হয় । কল বুঢ়া হৈ পকিলে গছজোপা মৰি যায় । এই বিধ গছৰ পৰা সুখাদ্য ফলৰ উৎপত্তি হয় । ভীমকল, আথিয়া কল, জাহাজী কল, মালভোগ কল, চেনিচম্পা কল, মনোহৰ কল, ৰতমণি কল আদি বহুতো জাতৰ কল আছে । কলডিলৰ পৰা তৈয়াৰী কৰা আঞ্জা সুখাদ্য ।

(২৪) **কাঞ্চন (Kanchan)**

Bauhinia purpurea. Family—Leguminaceae

বহিনিয়া পুৰপুৰিয়া । বৰ্গ—লেগুমিনেছি ।



খাৰমাং (বড়ো) বুক্-চিউ (তাই আহোম)

এবিধ মজলীয়া আকাৰৰ বনৰীয়া গছ । পাতৰ আকৃতিয়ে এখিলা পানৰ নিচিনাকৈ ডিম্বাকৃতি ৰূপ ধাৰণ কৰে । পাতত উৎপন্ন হোৱা শিৰা-উপশিৰা বোৰ টল্‌টলকৈ জিলিকি থাকে । ফুলৰ বৰণ বগা হয় । হাবিত বনৰীয়াকৈ গজা বিধ কাঞ্চনৰ বাহিৰে মানুহে ঘৰৰ বাৰীত লগোৱা আন কেইবাবিধ কাঞ্চন গছ আছে । এই কেইবিধ কাঞ্চনে জাত অনুযায়ী গুলপীয়া, বগা আৰু কজলা ৰূপ ধাৰণ কৰে । খৰালি গোটেইবোৰ পাত একে লগে সৰি গছজোপা লঠঙা হয় । চ'ত বহাগ মহীয়া ফুল ফুলিলে গছজোপা ৰমক-ঝমক হৈ পৰে । আলঙ্কাৰিক গছ ৰূপে বাৰীত বা উদ্যানত লগোৱা হয় ।

(২৫) **কামিনী (Kamini)**

Murrya exotica. Family—Rutaceae

মোৰায়া এক্‌জটিকা । বৰ্গ—ৰুটেছি ।

সৰু আকাৰৰ জোপোহা গছ । পাতবোৰ সৰু হয় । বছৰৰ কোনো সময়তে একেলগে পাতবোৰ সৰি নোযোৱাৰ বাবে গছ জোপাই সকলো সময়তে চিৰ সেউজীয়া (Evergreen) ৰূপ ধাৰণ কৰে । সৰু সৰু ফুলৰ থোপাবোৰ বৰনত বগা হয় । শোভা-বৰ্দ্ধনৰ বাবে এই বিধ গছো মানুহে বাৰীত লগায় ।

(২৬) **কুকি (Kuki)**

Araucaria Kuki. Family—Coniferae

আৰা-কাৰিয়া কুকি । বৰ্গ—কনিফেৰি

এবিধ ধুনীয়া আকৃতিৰ সৰল জাতীয় বিদেশী গছ । পাতৰ আকাৰ চুলিৰ দৰে দীঘল দীঘল হয় । পোলোঙা গা গছ ডালৰ পৰা শাখাবোৰ তৰপে তৰপে ওলাই অহাৰ বাবে (Whorled branching) গছ জোপাই বিচিত্ৰ ৰূপ ধাৰণ কৰে । দৌল সদৃশ

ৰূপ ধাৰণ কৰা শোভাবৰ্দ্ধনকাৰী গছ হিচাপে মানুহে হেপাহেঁৰে ইয়াক ঘৰৰ বাৰীত আৰু আলিবাটৰ কাষত লগাই আনন্দ লাভ কৰে।

(২৭) কোটাহি জামু (Kutahi Jamu)

Eugenia caryophyllifolia. Family—Myrtaceae

ইউজেনিয়া কেৰিওফাইলিফলিয়া। বৰ্গ—মিৰ্‌টেচি।

জামু আৰং (কাৰ্বি) ফিছা আম্‌বদা (বড়ো)

সৰু সৰু ফল ধৰা এবিধ জামুক জাতীয় বনৰীয়া বিধৰ চিৰ-সেউজীয়া গছ। এই বিধ জামুকৰ তলসৰা ফল ল'ৰা-ছোৱালীবোৰে বুটলি বুটলি খাই আনন্দ লাভ কৰে। কেচা ঘৰৰ খুটা, আদি লগোৱা কামত ইয়াৰ কাঠ ব্যৱহাৰ কৰা হয়।

(২৮) কুহিৰ (Kuhir)

Terminalia tomentosa. Family—Combretaceae

টাৰ্মিনেলিয়া টমেন্‌টোছা। বৰ্গ—কম্ব্ৰেটেছি। ছাল্‌কৰিয়া (বড়ো)

মজলীয়া আকাৰৰ সুকাঠী গছ। জাৰকালি গছ জোপাৰ গোটেইবোৰ পাত একে সময়তে সৰি পৰিলে গছজোপা লঠঙা হয়। পাতবোৰে আগৰ ফালে সৰু হৈ যোৱাৰ নিচিনাকৈ দীঘলীয়া ৰূপ ধাৰণ কৰে। পলসখিনি বাদ দি কাঠৰ ভিতৰৰ ফালে থকা সাৰ ভাগৰ বৰণ মদৰুৱা হয়। এই কাঠ চকি মেজ আদি লাগতিয়াল সৰঞ্জাম তৈয়াৰ কৰা কামত ব্যৱহাৰ কৰা হয়।

(২৯) কৃষ্ণচূড়া (Krishnachura or Golmohor)

Poinciana regia. Family—Leguminaceae(Caesalpinae)

পইনচিয়ানা ৰেজিয়া। বৰ্গ—লেগুমিনেছি (চিজালপিনি)

খেইৰ (কাৰ্বি) কৃষ্ণচূড়া (বড়ো)



এবিধ বিতোপন ফুল ধাৰণ কৰা মজলীয়া আকাৰৰ গছ। সৰু সৰু আকাৰৰ সেউজীয়া পাতবে সৈতে মেলাহি খাই গছ জোপা দেখনিয়াৰ হৈ পৰে। বসন্ত কালত লমালমে ৰঙচীয়াকৈ গুলপীয়া বৰণৰ ফুল ফুলে। শোভাবৰ্দ্ধনৰ বাবে আলঙ্কাৰিক গছ হিচাপে ইয়াক মানুহেঁ বাৰীত, অনুষ্ঠানৰ চৌহদত আৰু আলিবাটৰ কাষত লগাই দিয়ে। খৰিৰ বাহিৰে অন্য কামত ইয়াৰ কাঠ লগোৱা নহয়।

(৩০) কেচেৰু (Kecheru)

Heteropanax fragrans

হেটেৰোপেনেক্স ফ্ৰেগ্ৰেন্স। কেচেৰু (মিছিং)

সোপোকা আৰু কোমল বিধৰ কাঠ ধাৰণ কৰা এবিধ মজলীয়া আকাৰৰ গছ। শাখা প্ৰশাখাৰ আগ ভাগত ফেৰমেলা বিধৰ যৌগিক পাতৰ পয়োভৰ হয়। এই পাত এৰী মুগাৰ পলুক খুওৱা হয়। ৰেচম বিভাগে ডৰা ডৰাকৈ এই বিধ গছ লগায়। ইয়াৰ পৰা উৎপন্ন হোৱা কাঠ কোনো কামৰ বাবে উপযুক্ত হোৱা দেখা নাযায়।

(৩১) কেতকুৰা (Ketkura)

Vangueria spinosa. Family—Rubiaceae

ভেঙোৰিয়া স্পাইনোছা। বৰ্গ—ৰুবিয়েছি।

কেতকুৰী (মিছিং)

গা-গছ আৰু শাখা-প্ৰশাখাত কাঁইট ধৰা এবিধ মজলীয়া আকাৰৰ গছ। বাকলিৰ ওপৰত এক প্ৰকাৰৰ কটা কটা দাগ থাকে। কাঠৰ বৰণ হালধীয়া। ডিম্বাকৃতিৰ পাতবোৰ গঠনত আগৰ ফালে জোঙা হয়। পাতৰ স্থাপন পদ্ধতি বিপৰীত মুখী। ফলবোৰ মণ্ডহাল। ভিতৰত কঠালৰ দৰে ফুটা থাকে। পকা ফল খাব পাৰি যদিও খাই সিমান ভাল নালাগে। ৰছী এডালত জোটা

জোটকৈ মালা বান্ধি ৰ'দত একে লেঠাৰিয়ে বহুদিন শুকুৰাই ৰাখিলে সেই শুকান ফল খাব পাৰি ।

(৩২) কেন্দু (Kendu)

Diospyros embriopteris. Synonym—D. peregrina
ডাইয়োস্পাইৰচ্ এম্ব্ৰিঅ'প্টেৰিচ্ ।

এবিধ সৰু আকাৰৰ জোপোহা গছ । পাতবোৰ আগজোঙাকৈ দীঘলীয়া হয় । পাতৰ ওপৰ পিঠি মিহি আৰু উজ্জল হয় । কুঁহি পাতৰ বৰণ ৰঙচুৱা মিহি আৰু উজ্বল হয় । গছ জোপাই পুং আৰু স্ত্ৰীপুষ্প বেলেগে বেলেগে ধাৰণ কৰে । ইয়াৰ গুটিৰ পৰা উৎপন্ন হোৱা কোমল শাহখিনি মাছ ধৰা জালত ৰং লগোৱা কামত ব্যৱহাৰ কৰা হয় ।

(৩৩) খৰিকা চপা (Kharika Sopa)

Nyssa sessilliflora. Family—Magnoliaceae.
নিছা চেচিলিফ্লোৰা । বৰ্গ—মেগেনোলিয়েছি

বনাঞ্চলত উৎপন্ন হোৱা এবিধ মজলীয়া আকাৰৰ সুকাঠী গছ । গা গছৰ ৰং মদৰুৱা হয় । পাতৰ আকাৰ অলপ দীঘলীয়াকৈ আগজোঙা হয় । এই বিধ গছৰ পৰা উৎপাদন হোৱা কাঠ ফালি ছিৰি বিভিন্ন কামত লগাব পাৰি ।

(৩৪) খৈৰ (Khoir)

Acacia catechu. Family—Leguminaceae.
একাচিয়া কেটেচু । বৰ্গ—লেগুমিনেছি ।
খাইৰু (বড়ো) খয়ৰ পান (ৰাভা)

এবিধ ছিৰিলি পতীয়া আৰু অলপ ডাঙৰ আকাৰৰ বনৰীয়া গছ । পলস পৰি নতুনকৈ গঠন হোৱা মাটিত ইয়াৰ উৎপত্তি বেছি । গা গছ আৰু শাখা-প্ৰশাখাৰ বাকলি ছিৰাছিৰ হৈ ছিৰালৰ দৰে ফাটি থাকে । এইবিধ গছৰ কাঠবোৰ টুকুৰা টুকুৰ



কৰি কাটি পানীত উতলাই ৰসখিনিৰ পৰা কাথা নামেৰে পৰিচিত এবিধ তামোল পানৰ লগত খোৱা পদাৰ্থ প্ৰস্তুত কৰা হয় । খৰালি গোটেইবোৰ পাত সৰে । পোলোঙা গছৰ কুণ্ডা কাটি ঘৰত লগোৱা খুটা আদি বনোৱা হয় ।

(৩৫) খোকন (Khukan)

Duabanga Sonneratioides. Family – Lythraceae
ডুৱাবাঙ্গা চনেৰোটিয়ইদিছ্ । বৰ্গ—লিথ্ৰেছি ।
থৰা (কামৰূপীয়া) ৰামডালা (কাছাৰ) মুজিনাৰং (কাৰ্বি)
কাৰো আছিং (মিছিং) বান্দৰ-কান্দা (বড়ো)

দীঘল পতীয়া ডাঙৰ আকাৰৰ বনৰীয়া গছ । মধ্য-শিৰাৰ দুয়োকাষে থকা পাতখিলাৰ এভাগ আকাৰত সৰু আৰু আনভাগ অলপ ডাঙৰ হয় । এই পাতবোৰৰ শিৰা-উপশিৰাবোৰ চকুত লগাকৈ জিলিকি থাকে । দীঘল আকাৰৰ শাখা-প্ৰশাখাবোৰ পাতেৰে সৈতে তললৈ ওলমি থাকে । উৎপাদিত কাঠৰ পৰা তক্তা, বাতাম আদি ফালি নানা কামত লগাব পাৰি ।

(৩৬) গৰ্জন (Garjan)

Dipterocarpus turbinatus. Family—Dipterocarpeceae
ডিপ্টেৰোকাৰ্পচ্ টাৰ্বিনেটাচ্ । বৰ্গ—ডিপ্টেৰোকাৰ্পেছি

এবিধ প্ৰকাণ্ড বনৰীয়া গছ । কাছাৰ জিলাৰ বনাঞ্চলত ইয়াৰ উৎপত্তি বেছি । পাতবোৰ ধপলা ধপল হয় । এই জাতীয় গছৰ কাঠৰ পৰা প্লাইউদ আৰু ৰেলৰ শ্লিপাৰ তৈয়াৰ কৰা হয় ।

(৩৭) গন্ধসৰৈ (Gondhsarai)

Cinnamomum cecinodaphne Synonym C. glaucescens.
Family—Lauraceae
চিনামমম্ চেচিনোডেফ্নি বিকল্পে চিনামমম্ গ্লৌচেচেঞ্চ
বৰ্গ—লৰেছি ।

চুৰি আৰং, কৰণ আৰং (কাৰ্বি)

এবিধ ডাঙৰ আকাৰৰ বনৰীয়া গছ। পাতৰ আকাৰ দীঘল পতীয়া আৰু আগজোঙা হয়। বাকলিৰ বৰণ মুগা হয় আৰু এই বাকলিখন লম্বভাৱে তলৰ পৰা ওপৰলৈ খণ্ড খণ্ড আকাৰত ফাটি-ছিটি থকা যেন দেখি। উৎপাদিত কাঠ সুগন্ধী হয়। চকি মেজ আদি নাগতিয়াল সৰঞ্জাম তৈয়াৰ কৰা কামত এই কাঠ ব্যৱহাৰ কৰা হয়।

(৩৮) গমাৰি (Gomari)

Gmelina arborea. Family—Verbinaceae

মেলাইনা আৰবৰিয়া। বৰ্গ—ভাৰবিনেছি।

ফাং আৰং (কাৰ্বি) গাময়েৰ (কাছাৰ) গাম্ বাৰি (বড়ো)

গানৱে পান (ৰাভা) গমাৰি (মিছিং) গাম্বাৰি (আছিক)

মূল্যবান কাঠৰ যোগান ধৰিব পৰা এবিধ মজলীয়া আকাৰৰ সুকাঠী গছ। খৰালি মহীয়া পাত সৰি গছজোপা লঙঠা হয়। ফুলৰ বৰণ মুগা আৰু সুগন্ধী। এইবিধ গছৰ কাঠ চকি মেজ আৰু দুৱাৰ খিৰিকিৰ পাল্লা আদি বনোৱাত ব্যৱহাৰ কৰা হয়।

(৩৯) গহৰা (Gohora)

Premna bengalensis. Family—Verbinaceae

প্ৰেম্না বেঙ্গলেঞ্চিছ। বৰ্গ—ভাৰ্বিনেছি।

আৰ্হি কেলক্ আৰং (কাৰ্বি) নান্জি আছিং (মিছিং)

ধোঁজিহি (বড়ো) বন্ গল্পো (আছিক) চিয়েং লিহ্ (খাচিয়া)

মজলীয়া আকাৰৰ বনৰীয়া গছ। পাতৰ বৰণ সামান্য ভাৱে বগা, স্পৰ্শত খহটা আৰু আকাৰত পানৰ লেখীয়া আগ জোঙা। ফুল থোপা থোপে ফুলে। চুপহিৰ বৰণ অলপ সেউজীয়া। গা গছৰ বাকলিৰ বৰণ সামান্য ভাৱে বগা হয়। কেচা ঘৰত খুটা চতি লগোৱাৰ বাহিৰে ইয়াৰ কাঠ অন্য কোনো বিশেষ কামৰ



বাবে উপযোগী নহয়।

(৪০) গেন্ধেলি পমা (Gendheli Poma)

Dysoxylon hamiltonii. Family—Meliaceae

ডাইচোজাইলন্ হেমিলটুনিয়াই। বৰ্গ—মেলিয়েছি।

চিটি আছিং (মিছিং) মহিদল (কাছাৰ) বল আছিন্ (আছিক)

দিয়েন্ কিৰৱেই (খাচিয়া)

এবিধ প্ৰকাণ্ড আকাৰৰ বনৰীয়া গছ। প্ৰকৃতিত চিৰ-সেউ-জীয়া। গা-গছ আৰু ডালৰ বাকলিখন ছিৰাছিৰে ফাটি থাকে। বাকলি খনত ঘা লগালে তাৰ পৰা এবিধ অকটা গোন্ধ বাহিৰ হয়। উৎপন্ন হোৱা কাঠৰ মানদণ্ড সিমান উন্নত বুলি কোৱা টান।

(৪১) ঘোঁৰা-নিম্ (Ghora-Neem)

Melia azadirach. Family—Meliaceae

মেলিয়া আজাদিৰাক্। বৰ্গ—মেলিয়েছি।

আবাৰি আছিং (মিছিং), নিচ্টাং (বড়ো), দিয়ে-জাহ-ৰাছাং(খাচিয়া)

এবিধ মজলীয়া বিধৰ জাৰকালি পাত সৰা গছ। যৌগিক পাতবোৰ আকাৰত সৰু হয়। গছজোপা সোনকালে লহপহকৈ বাঢ়ি ডাঙৰ হয়। খৰিৰ বাহিৰে অন্য কামত ইয়াৰ কাঠ ব্যৱহাৰ কৰাৰ উপযোগী নহয়।

(৪২) চতিয়না (Chationa or Chatian)

Alstronia scholaris. Family—Apocianaceae

এল্ষ্ট্ৰনিয়া স্কলাৰিচ্। বৰ্গ—এপোচায়ানেছি।

থেংমু আৰং, থেংপেই ৰেচু আৰং (কাৰ্বি) চৌটি আছিং (মিছিং)

ছি-তৌনা (বড়ো) দিয়েং ৰিটেং (খাচিয়া) চক্চন (আছিক)

জাৰকালি পাত সৰি লঠঙা হোৱা এবিধ মজলীয়া গছ। গা-গছৰ গুৰি ভাগত ঠেকা-শিপাৰ উৎপত্তি হয়। যৌগিক

পাতবোৰৰ গঠন প্ৰণালী সমান্তৰাল ভাবে ঘূৰণীয়া হয়। বেুক বোর্ড, পেকিং বাকচ, চাহৰ বাকচ আদি তৈয়াৰ কৰা কামত ইয়াৰ কাঠ ব্যৱহাৰ কৰা হয়।

(৪৩) চাম (Cham)

Artocarpus chaplasa. Family—Moraceae

আৰটোকার্প চ চাপ্লাচা। বৰ্গ—মোৰেচি।

ফং আৰং (কাৰ্বি) চাম, আছিং (মিছিং) বল শ্ৰাম, (আছিক)

দিম্বেং চহ ৰাম (খাচিয়া)

ডাঙৰ আকাৰৰ সুকাঠী গছ। খৰালি পাত সৰি লঠঙা হয়। গা-গছৰ বাকলিৰ বৰণ মুগা চানেকীয়া হয়। বাকলিৰ উপৰি ভাগত চকলা চকল দাগ থাকে। বাকলি ফাট মেলি থাকে। পাতৰ আকাৰ কঁঠাল পতীয়া। কঁঠাল সদৃশ চাম-কঁঠাল আকাৰত সৰু হলেও খাবলৈ মিঠা হয়। কাঠৰ মানদণ্ড উৎকৃষ্ট আৰু ব্যৱহাৰত বহুমুখী।

(৪৪) চিচু (Sisoo)

Dalbergia sisoo. Family—Laguminaceae.

ডালবাৰ্জিয়া চিচু। বৰ্গ—লেগুমিনেছি।

খুজবাৰ, (বড়ো) চিচু পান (ৰাভা) চিচু (মিছিং)

খৰালি পাত সৰি লঠঙা হোৱা এবিধ সুকাঠী বিতোপন গছ। সৰু সৰু যৌগিক পাতবোৰ থোপোৰা থোপোৰ হয়। নৈৰ পানীয় বাৰিষা কালত স্পৰ্শকৰা পলসুৱা আৰু বালিঅঁহীয়া শিলনি ঠাইত এইবিধ গছ কেতিয়াবা ডৰা ডৰাকৈ উৎপত্তি হয়। চ'ত বহাগ মহীয়া নতুন পাতৰ কুঁহি মেলে। বগা চানেকীয়া ফুলবোৰ আকাৰত তেনেই সৰু হয়। উৎপাদিত কাঠ অতি উত্তম পৰ্যায়ৰ হয়। সেই কাঠ চকি, মেজ, দৰ্জাৰ পাল্লা আদি তৈয়াৰ কৰা কামত প্ৰচুৰ পৰিমাণে ব্যৱহাৰ কৰা হয়।



(৪৫) চিদা (Sida)

Lagerstromia parviflora. Family—Lythraceae

লেগাৰষ্ট্ৰমিয়া পাৰ্ভিফ্লোৰা। বৰ্গ—লিথ্ৰেছি।

থেংক্ৰি আৰং (কাৰ্বি) চিদা (বড়ো) বল চিদাই (আছিক)

দিয়েং লাং চিং (খাচিয়া)

বনাঞ্চলত উৎপত্তি হোৱা এবিধ ওখ চানেকীয়া পোলোঙা গছ। নামনি অসমত ইয়াৰ উৎপত্তি পৰিলক্ষিত হয়। পাতবোৰ আজুৰি গছৰ পাতৰ দৰে দীঘল হয়। গা-গছ আৰু ডালৰ বাকলিৰ ৰং ছাই বৰণীয়া হয়। বাকলিৰ উপৰি ভাগ ফাটি ছিটি ছিৰাছিৰ হয়। বাকলিৰ ভিতৰত থকা অংশৰ বৰণ হালধীয়া হয়। কাঠ চনকা। উৎপাদিত কাঠৰ মানদণ্ড সিমান উন্নত পৰ্যায়ৰ নহলেও কেচা ঘৰত লগোৱা খুটা, চতি, নাও, নাঙল-যঁৱলিৰ সজুলি আদি তৈয়াৰ কৰা কামত অনায়াসে ব্যৱহাৰ কৰিব পাৰি।

(৪৬) চিলভাৰ অ'ক (Silver Oak)

Gravellia robusta. Family—Laguminaceae

গ্ৰেভিলিয়া ৰোবাষ্টা। বৰ্গ—লেগুমিনেছি

চালে চকুত লাগি যোৱাকৈ বিতোপন এবিধ বিজতৰীয়া গছ। নিলগৰ পৰা সৰল জাতীয় গছৰ নিচিনা দেখি। কেৱা-মুখীয়াকৈ আঙুলিমেলা পাতবোৰ দেখনিয়াৰ হয়। আলি পদূলিৰ কাষত ৰুই দিলে এইবিধ গছে বিতোপন ৰূপ ধাৰণ কৰে। ফুলৰ বৰন হালধীয়া হয়। গছ জোপা চনকা হয়। উৎপাদিত কাঠৰ মানদণ্ড উন্নত পৰ্যায়ৰ বুলি কব নোৱাৰি।

(৪৭) চেগুণ (Segun)

Tectona grandis. Family—Verbinaceae

টেক্টোনা গ্ৰেন্দিছ। বৰ্গ—ভাৰবিনেছি।

টিক্ (ইংৰাজী) চিগুন পান (বাডা), চিগুণ (বড়ো)
চিগুণ আৰং (কাৰ্বি)

অতি মূল্যবান কাঠ উৎপাদনকাৰী গছ। অতীজতে এইবিধ গছ আমাৰ অসমত নাছিল। বম্বে প্ৰেচিডেন্সী আৰু ব্ৰহ্মদেশত এইবিধ গছৰ উৎপত্তি স্বাভাৱিকতে হৈছিল। ১৮ শ শতাব্দীৰ শেষ ভাগত অসমৰ বনবিভাগে পোন প্ৰথম বাৰৰ বাবে এইবিধ গছ কুলছিৰ বনাঞ্চলত ৰোপণ কৰিছিল। মাজতে লেঃ গৱৰ্ণৰৰ হস্তক্ষেপত বৃক্ষৰোপণৰ যাৱতীয় ব্যৱস্থা উচ্ছেদ কৰি দিয়া হৈছিল যদিও এই নিয়ম পৰৱৰ্তী সময়ত পুনৰ প্ৰবৰ্তন কৰা হ'ল। আজিকালি অসমৰ বহুতো বনাঞ্চলৰ উপযুক্ত পৰিবেশত চেগুণৰ ৰোপণ কাৰ্য পূৰ্ণ গতিত চলি আছে।

চেগুণ গছৰ পাতবোৰ ধপলা ধপল হয়। জাৰকালি আটাই-বোৰ পাত সৰে। বসন্ত কালত গছবোৰে নতুন পাতৰ কুঁহি মেলিবলৈ আৰম্ভ কৰে। এই সময়ত ফুল ধৰাৰ পৰ্ব আহি পায়। আগতীয়াকৈ মাটিৰ তলত পুতি ভাপ দিয়া গুটিবোৰ পালেগুত পচোৱা হয়।

এই জাতীয় গছৰ কাঠ সকলো কামতে ব্যৱহাৰ কৰাৰ উপযোগী বুলি বিবেচিত হৈছে।

### (৪৮) চেলেং (Seleng)

**Sapium baccatum, Family—Euphorbiaceae**
চেপিয়াম বেকেটম। বৰ্গ—ইউফৰবিয়েছি।
টু-অৰ-আৰং (কাৰ্বি) গুৱামুৰি গুপুত (বড়ো)
চাম্-চিম্ (আছিক)

সদায় সেউজীয়া (Evergreen) গোষ্ঠীৰ এবিধ অলপ ডাঙৰ আকাৰৰ বনৰীয়া গছ। গছ জোপাৰ বাকলি খন ডাঠ, কোমল আৰু সোপোকা হয়। এই সোপোকা বাকলিখনৰ উপৰিভাগ



বৰণত ক'লা চানেকীয়াকৈ মুগা হয়। বাকলিখনত লম্বভাৱে দীঘল দীঘল লোৰ কাটি থোৱা যেন দেখা যায়। বাকলিৰ ভিতৰখন মাখন বৰণীয়া হয়। পাতৰ বৰণ সাধাৰণতে সেউজীয়া হলেও পুৰঠ হলে সেই পাতে প্ৰথমতে হালধীয়া আৰু তাৰ পাছত ক্ৰমে ৰঙচুৱা ৰূপ ধাৰণ কৰে।

এইবিধ গছৰ পৰা উৎপন্ন হোৱা কাঠৰ মানদণ্ড উন্নত বুলি ক'ব নোৱাৰি। গুটিবোৰ হাইঠা, পৰ্মুমা আদি চৰায়ে খায়।

### (৪৯) চোম (Chum)

**Machilus bombycina. Family—Lauraceae.**
মেকাইলচ বম্বিচিনা। বৰ্গ—লৰেছি।
আৰটুচেকুক নান্ (কাৰ্বি) চোম (মিছিং)

এবিধ মজলীয়া আকাৰৰ চিৰ-সেউজীয়া গছ। পাতৰ আকাৰ অলপ দীঘলীয়াকৈ আগজোঙা হয়। গা-গছৰ বাকলি খহটা আৰু বৰণত অলপ ক'লা চানেকীয়া হয়। ফুলবোৰ আকাৰত সৰু।

এইবিধ গছৰ পাতবোৰ মুগা-পলুৱে খায়। এই দৃষ্টি-ভঙ্গীৰ ফালৰ পৰা চোম গছৰ অৰ্থ-নৈতিক মূল্য অতি বেছি বুলি কব লাগিব।

### (৫০) জৰি গছ (Jari)

**Ficus benjamina. Family—Moraceae**
ফাইকচ্ বেঞ্জামিনা। বৰ্গ—মোৰেছি।

আঁহত গছৰ লেখীয়া এবিধ ওখ-ডাঙৰ গছ। দেখাত গছ জোপা আঁহত গছৰ নিচিনাই লাগে যদিও ইয়াৰ পাতবোৰ দীঘল চানেকীয়াকৈ নেজাল হয়। গা-গছ আৰু ডালবোৰে লেং পেণ্ডী-য়াকৈ দীঘল ৰূপ ধাৰণ কৰে। চৰায়ে গুটি খাই মলত্যাগ কৰাৰ ফলত এইবিধ গছৰ পুলি পকী বেৰা, পাথৰৰ ফাক, ঘৰৰ ছাল আদি ঠাইত উদ্ভৱ হোৱা দেখিবলৈ পোৱা যায়। অন্যান্য

জাতীয় গছৰ ক্ষেত্ৰেঙনিতো ইয়াৰ উৎপত্তি হোৱা পৰিলক্ষিত হয়। বাহক গছ জোপা শিপাৰে মেৰিয়াই ধৰি ধৰি অৱশেষত সেই জোপা গছক মৃত্যুৰ মুখলৈ ঠেলি দি ই পাছত স্বাধীন জীৱন যাপন কৰিবলৈ লয়।

## (৫১) জাতিপমা, টুন (Jatipoma or Toon)

Cedrela toona. Synonym C. febrifuga.
Family—Meliaceae.

ছেদ্ৰেলা টুনা বিকল্পে ছেদ্ৰেলা ফেব্ৰিফিউজা। বৰ্গ—মেলিয়েছি।

এবিধ মজলীয়া আকাৰৰ সুকাঠী গছ। যৌগিক পাতবোৰ অলপ দীঘলীয়াকৈ আগ জোঙা হয়। গছজোপাৰ বাকলি ছাই বৰণীয়া হয়। বাকলিখন দীঘলে দীঘলে ফাট মেলি ওলমি ওলমি থকা দেখা যায়। শাখা পাত বিলাকৰ গঠন ভঙ্গী বিপৰীত মুখী হয়। ফুলৰ আকাৰ সৰু।

জাতিপমা গছৰ পৰা যি কাঠ উৎপন্ন হয় সেই কাঠ বৰণত অলপ ৰঙচীয়া হয়। বাতাম, তক্তা আদি ফালি যেই কোনো কামত লগোৱা হয়।

## (৫২) জিনাৰি (Jinari)

Podocarpus nerifolia. Family—Taxaceae.

পদকাৰ্পচ নেৰিফলিয়া। বৰ্গ—টেক্সেছি।

এবিধ ছিৰিলিপতীয়া মজলীয়া আকাৰৰ গছ। বাকলিৰ বৰণ মুগা চানেকীয়া। দাৰে কাটি দিলে বাকলিৰ ভিতৰ খন ৰঙচীয়া দেখা যায়। ঠাৰিৰ পৰা ওলাই অহা পাতৰ মূল শিৰাডাল জিলিকি থকা বিধৰ হলেও বাকীবোৰ শিৰা-উপশিৰা স্পষ্ট ভাৱে দেখা নাযায়। এইবিধ গছৰ পৰা উৎপন্ন হোৱা কাঠৰ মানদণ্ড সিমান উচ্চ খাপৰ নহলেও কেচা ঘৰৰ খুটা আদি লগোৱা কামত ব্যৱহাৰ কৰিব পাৰি।



## (৫৩) জীয়া পমা (Jia Poma)

Lannea grandis. Family—Anacardiaceae.

লনিয়া গ্ৰেন্দিছ। বৰ্গ—আনাকাৰ্দিয়েছি।

কায়েংলা (কাছাৰ) তিজি আৰং (কাৰ্বি) জীয়া (বড়ো)

জাবকালি একে সময়তে পাত সৰা এবিধ মজলীয়া আকাৰৰ গছ। বাকলিৰ ৰং ছাই বৰণীয়া। বাকলিৰ উপৰিভাগত কিছুমান সৰু সৰু আঁচৰ উৎপত্তি হয়। আঁহযুক্ত বাকলিৰ ভিতৰ খন ৰঙা চানেকীয়া হয়। যৌগিক পাতৰ শাখা পাতবোৰৰ গাঠনি বিপৰীত মুখী হোৱা দেখা যায়। ফুলবোৰ আকাৰত সৰু আৰু দেখনত অলপ হালধীয়াকৈ সেউজীয়া হয়। কাঠৰ মানদণ্ড সিমান উন্নত পৰ্যায়ৰ নহলেও অস্থায়ী বিধৰ কামত লগোৱাত বাধা নাই। পাতবোৰ গৰু ছাগলিয়ে খায়। আগ এটা কাটি বাৰীৰ চাপত গোজ মাৰি লগাই দিলে তাৰ পৰা শিপা আৰু পুখা ওলাই নতুন গছৰ সৃষ্টি হয়।

## (৫৪) জুটুলি (Jutuli)

Altangia excelsa. Family—Hemameliaceae

আলটাঙ্গিয়া এক্সেলচা। বৰ্গ—হেমামেলিয়েছি।

জিক্‌ৰি (কাৰ্বি) য়গিৰ আছিং (মিছিং)

বনাঞ্চলত স্বাভাৱিকতে উৎপন্ন হোৱা এবিধ ওখ ডাঙৰ গছ। পাত বিলাকে দীঘলীয়াকৈ ডিম্বাকৃতি ৰূপ ধাৰণ কৰে। পাতৰ দুয়োকাষ কৰতৰ ধাৰৰ দৰে সামান্য ভাৱে খাঁজ কটা। বাকলি ছাঁই বৰণীয়া। গা-গছৰ বাকলিখন চটা চটে ফাট মেলি থাকে। একো জোপা গছে পুং আৰু স্ত্ৰী-পুষ্প বেলেগে বেলেগে ধাৰণ কৰে। ফলৰ আকাৰ গোটা।

এইবিধ গছৰ কাঠৰ পৰা তক্তা, বাতাম আদি তৈয়াৰ কৰি নানা কামত ব্যৱহাৰ কৰিব পৰা যায়।

### (৫৫) জেকাৰান্দা (Jacaranda)

Jacaranda ovalifolia. Family—Laguminaceae.

জেকাৰান্দা অভেলিফলিয়া । বৰ্গ—লেগুমিনেছি ।

এবিধ বিতোপন ফুল ধাৰণ কৰা শোভাবৰ্দ্ধনকাৰী গছ । আকাৰত গছ জোপা মজলীয়া বিধৰ হয় । যৌগিক পাতবোৰ আকাৰত সৰু আৰু আকৃতিত আগ ঘূৰণীয়া হয় । ফুলৰ বৰণ নীলা । বাৰিষা বতৰত গোটেই জোপা গছ এই ফুলবোৰেৰে উপচি পৰে আৰু তেতিয়া গছ জোপাই অপূৰ্ব সুন্দৰ ৰূপ ধাৰণ কৰে । খৰিৰ বাহিৰে অন্য কোনো কামৰ বাবে এইবিধ গছৰ পৰা উৎপন্ন হোৱা কাঠ ব্যৱহাৰ কৰাৰ উপযুক্ত নহয় ।

### (৫৬) ঝাওবন (Jhaobon)

Taxas baccata. Family—Taxaceae.

টেক্সাচ্ বেকেটা । বৰ্গ—টেক্সেছি ।

জাহাউ (বড়ো)

সবল জাতীয় গছৰ ৰূপ ধাৰণ কৰা এবিধ সৰু আকাৰৰ জোপোহা গছ । নতুনকৈ পলস পৰি নদীৰ পাৰৰ বালিচাপৰিত উৎপন্ন হোৱা ঠাইবোৰত এই বিধ গছ ভৰা ভৰাকৈ উৎপন্ন হয় । পাতবোৰে ম'ৰা চৰাইৰ পাখীৰ ৰূপ ধাৰণ কৰে । খৰি হিচাপে ব্যৱহাৰ কৰাৰ বাহিৰে এইবিধ গছৰ কাঠ কোনো কামত লগোৱা নহয় । অৱশ্যে অথন্তৰত অস্থায়ী ঘৰৰ বেৰ আৰু চকুৰা আদি বনোৱা কামতো ইয়াৰ ঠাৰি বিলাক ব্যৱহাৰ কৰা হয় ।

### (৫৭) টকৌ (Tokow)

Livistonia jenkinsiana. Family—Cycadaceae

লিভিষ্টনিয়া জেন্‌কিন্‌ছিয়ানা । বৰ্গ—চাইকেডেছি ।

থক্ (বড়ো), টুন-ৰুট্-টও্ (টাই আহোম)

এবিধ তামোল জাতীয় গছ । মানুহে এইবিধ গছ বাৰীত লগায় । কেতিয়াবা বাৰীৰ সীমা নিৰ্দ্ধাৰণ কৰা চাপত শাৰী-শাৰীকৈ লগাই দি তাৰ পাতবোৰ জাপি সজা কামত ব্যৱহাৰ কৰে । আৱশ্যক অনুযায়ী ঘৰ চোৱা কামতো কেতিয়াবা টকৌ গছৰ পাত ব্যৱহাৰ কৰা হয় । টকৌ গছৰ পৰা উৎপন্ন হোৱা তামোল অতিপাত টান হয় ।

### (৫৮) টোং (Tung)

Aleurites fundi or Aleurites montata
Family—Euphorbiaceae.

এলিওৰাইটিছ্ ফুন্দি বিকল্পে এলিওৰাইটিছ্ মন্তানা ।
বৰ্গ—ইউফৰবিয়েছি ।

এবিধ সৰু আকাৰৰ জোপোহা গছ । আমাৰ অসমত স্বাভাৱিকতে উৎপন্ন হোৱা গছ নহলেও আজি কালি বহুতো মানুহে ইয়াক বাৰীত বা অন্যান্য ৰাজহুৱা অনুষ্ঠানৰ প্ৰাঙ্গনত আলঙ্কাৰিক গছ ৰূপে লগাবলৈ আৰম্ভ কৰিছে । পাতৰ আকাৰ পান-পহীয়া আৰু ফুলৰ বৰণ গুলপীয়াকৈ বগা বা মাখন বুলীয়া । একে সময়তে শৰত হেমন্ত কালত ফুলফুলি গোটেই জোপা গছ উপচি পৰিলে দেখিবলৈ ধুনীয়া হৈ পৰে । ফলৰ বাকলিখন নোমাল হয় । খৰিৰ বাহিৰে অন্য কামত ইয়াৰ কাঠ ব্যৱহাৰ কৰা নহয় ।

### (৫৯) ঠৌট্‌মলা বা ৰোঁহিমলা (Thutmola or Ruhimola)

Garuga pinnata. Family—Bursiraceae.

গেৰুগা পিনেটা । বৰ্গ—বাৰচিৰেছি ।

পানী অমৰা (শিৱসাগৰ) ৰোহিমলা (নগাওঁ) তেজী আৰং (কাৰ্বি)
বন্‌কুং আছিং (মিৰি) চিবন্ আছিং (মিছিং)
দিয়েং চিয়াং (খাচিয়া)

এবিধ মজলীয়া আকাৰৰ খৰালি গোটেইবোৰ পাত সৰি লঠঙা

হোৱা গছ। খহটা বাকলি খন দাবে কাটিলে তাৰ পৰা এক প্ৰকাৰৰ ৰঙচীয়া পানী ওলায়। বাকলি খন ফাটি ফাটি এক প্ৰকাৰৰ চেকুৰা উৎপন্ন হয়। পাত যৌগিক। শাখা পাতবোৰে এক প্ৰকাৰ আগজোঙা ডিম্বাকৃতি ৰূপ ধাৰণ কৰে। ৰঙচুৱা কাঠ ফালি বাতাম, তক্তা আদি কৰা হয়।

(৬০) ডিমৰু (Dimoru)

Ficus lepidosa. Family—Moraceae.

ফাইকাচ্ লেপিদ'চা। বৰ্গ—মোৰেছি। আজক (মিঁছিং)

ডম্ৰি (ৰাভা)

বাকলিৰ ওপৰ ভাগ সামান্য ভাৱে ফাটি ছিটি থাকে। বাকলিৰ ভিতৰখন মদৰুৱাকৈ মুগা হয়। পাতৰ আকাৰ আগ জোঙাকৈ দীঘলীয়া। কাঠৰ বৰণ সামান্য ভাৱে হালধীয়া। একেজোপা গছতে পুং পুষ্প আৰু স্ত্ৰীপুষ্প বেলেগে বেলেগে ফুলে। ফল পূৰঠ হৈ জোটা জোটে ফল ধৰে। তলসৰা পকা ফলবোৰ হৰিণা পহুৱে খাবলৈ ভাল পায়। কাঠৰ মানদণ্ড সিমান উন্নত বুলি কব নোৱাৰি।

(৬১) তৰুৱা কদম (Tarua Kadam)

Casia farnesiana. Family—Leguminaceae.

কেছিয়া ফাৰ্নেছিয়ানা। বৰ্গ-লেগুমিনেছি।

সৰু আকাৰৰ জোপোহা গছ। পাতবিলাক ছিৰিলি ছিৰিলি হয়। ফল ছিৰাছিৰে ধৰে। শোভাবৰ্দ্ধন কাৰী গছ হিচাপে মানুহে বাৰীত লগায়। ফুলৰ বৰণ হালধীয়া হয়।

(৬২) তিতা চপা (Tita Sopa)

Talauma phelocarpa. Family—Magnoliaceae.

টেলৌমা ফেলোকাৰ্পা। বৰ্গ-মেগনোলিয়েছি।

বেুক্-ৰাম (তাই আহোম)



এবিধ ডাঙৰ আকাৰৰ সুকাঠী গছ। পাতবিলাকে আগ জোঙাকৈ ডিম্বাকৃতি ৰূপ ধাৰণ কৰে। খৰালি গোটেই জোপা গছৰ পাতবোৰ একে লগে সৰি নোযোৱাৰ বাবে গছ জোপাই সদায় সেউজীৰূপ ধাৰণ কৰি থাকে।

এই বিধ গছৰ পৰা উৎপন্ন হোৱা কাঠ অতি মূল্যবান বুলি বিবেচনা কৰা হয়। সেই কাঠৰ পৰা তক্তা, বাতাম আদি ফালি নানা কামত লগাব পাৰি।

(৬৩) তেজপাত (Tezpat)

Cinnamomum tamala. Family—Lauraceae.

চিনামমম্ তামালা। বৰ্গ—লৰেছি।

তেজবল্ (আছিক) দিয়েং চিপ্না চিয়া (খাচিয়া)

এবিধ মজলীয়া আকাৰৰ সদা-সেউজ গছ। বাকলিৰ বৰণ সামান্য ভাৱে ক'লা হয়। পাতৰ আকাৰ ডিম্বাকৃতি কৈ দীঘলীয়া আৰু আগজোঙ'। বাকলিৰ ভিতৰ ফাল ৰঙচীয়া। পাত বিলাক ৰ'দত শুকুৱাই তৰকাৰীত মছলা ৰূপে ব্যৱহাৰ কৰিলে সুগন্ধী হয়। কাঠৰ মানদণ্ড সিমান উন্নত পৰ্যায়ৰ নহয়।

(৬৪) তেঁতেলী (Teteli)

Tamarindus indica. Family—Leguminaceae.

টামাৰিন্দাচ্ ইন্দিকা। বৰ্গ—লেগুমিনেছি

থেং খেুং (বড়ো) চেন্ট্ৰেং (ৰাভা)

এবিধ মজলীয়া আকাৰৰ ছিৰিলি-পতীয়া গছ। গা-গছ আৰু ঠাল-ঠেঙুলিৰ বাকলিৰ বৰণ মদৰুৱা হয়। সৰু সৰু আকাৰৰ যৌগিক পাতবোৰে বিপৰীত মুখী স্থাপন ৰীতি অনুসৰণ কৰে। ফুলৰ আকাৰ সৰু আৰু দেখনত অনুজ্বল। ফল ছিৰাছিৰে ধৰে। ফলৰ বাকলিৰ উপৰিভাগ কঠিন। ছিৰাৰ ভিতৰত উৎপন্ন হোৱা গুটিবোৰ মঙহাল পদাৰ্থৰে আগুৰি থাকে। পকিলে

ৰঙচুৰা হয়। খাবলৈ টেঙা টেঙা লাগে। ত্বক, আচাৰ আদি বনাব পাৰি।

(৬৫) দেৱদাৰ (Deodar)

Polyalthya longifolia(pendulus) Family—Anonaceae
পলিয়েল্থিয়া লঙ্গীফলীয়া (পেন্দুলচ্) বৰ্গ—এনোনেছি

মজলীয়া আকাৰৰ আটক ধুনীয়া বিদেশী গছ। আজি কালি শোভাবৰ্দ্ধনকাৰী গছ হিচাপে আমাৰ দেশতো এই জাতীয় গছে প্ৰসাৰতা লাভ কৰিব পাৰিছে। ইয়াৰ দুটা জাত আছে। এবিধ গছৰ ডাল পাতবোৰে মেলাহি ৰূপ ধাৰণ কৰে। আন বিধ দ'লৰ কলছিৰ দৰে আকাশ মুখী হয়। দ্বিতীয় বিধৰ ডাল পাতবোৰ পোলোঙা গা-গছ জোপাৰ পৰা চাৰিওফালে ওলমি ওলমি থাকে। পাতৰ আকাৰ দীঘল চানেকীয়াকৈ আগজোঙা হয়। স্পৰ্শত মিহি আৰু বৰণত গভীৰ সেউজীয়া। আলঙ্কাৰিক গছ হিচাপে বাৰীত বা আলি পদূলিৰ দাঁতি কাষত লগাবৰ বাবে মানুহে দ্বিতীয় উপপ্ৰজাতিৰ গছ অধিক পছন্দ কৰে।

(৬৬) ধুনা (Dhana)

Canarium bengalensis. Family—Buraceraceae.
কেনেৰিয়াম্ বেঙ্গলেঞ্চিচ্। বৰ্গ—বুৰাচিৰেছি
হিজু আৰং (কাৰ্বি) কুম্ক্ৰৰ আছিং (মিছিং)
ৰৰচাম ফুল (আহিক)

এবিধ ডাঙৰ আকাৰৰ বনৰীয়া গছ। গা-গছৰ বাকলিৰ ৰং ছাই বৰণীয়া। গছ জোপাৰ গুৰি ভাগৰ পৰা এক প্ৰকাৰৰ গম আঠা সদৃশ ৰস আপোনা আপুনি বাহিৰ হয়। এই সামগ্ৰীখিনি গোটাই আনি আঙঠাত জ্বলালে সুগন্ধি ধুঁৱা বাহিৰ হয়। বায়ু নিৰ্মল কৰিবৰ বাবে মানুহে পুৱা-গধূলি ঘৰত ধুনা জ্বলায়। পূজা পাতলতো ব্যৱহাৰ কৰে। কাঠৰ পৰা বাতাম, তক্তা আদি



ফালি নানা কামত ব্যৱহাৰ কৰিব পাৰি।

(৬৭) নৰসিংহ (Nara Singha)

Murrya Koenigii. Family—Rutaceae.
মোৰায়া কইনিগিয়াই। বৰ্গ—ৰুটেছি।

এবিধ সৰু আকাৰৰ বনৰীয়া গছ। যৌগিক পাতবোৰ দীঘলীয়াকৈ আগজোঙা হয়। পাতৰ কাষৰ ঠায়ে ঠায়ে কৰতৰ দাঁত সদৃশ খাপকটা দাগ থাকে। এই পাত হাতেৰে মূচৰি ভাঙিলে তাৰ পৰা এক প্ৰকাৰৰ গোন্ধ বাহিৰ হয়। এই পাত-বোৰ ভাজি ছিঙি তৰকাৰী বনাই খালে পেটৰ অসুখত কাম দিয়ে। দাইল বা অন্যান্য শাকৰ তৰকাৰীত অলপ নৰসিংহৰ পাত ভাজি দিলে তৰকাৰী সুগন্ধী হয়।

(৬৮) নাহৰ বা নাগেশ্বৰ (Nahar or Nageswar)

Mesua ferrea. Family—Gutiferae.
মেছুৱা ফেৰিয়া। বৰ্গ—গুটিফেৰি। বুেক্ থেঙ (তাই আহোম)
ক্ৰিম্দে (আছিক)

মজলীয়া আকাৰৰ চিৰসেউজ গছ। সেউজ বুলীয়া ডিম্বাকৃতি আৰু সমান কাষৰীয়াকৈ আগজোঙা পাতবোৰ অলপ ডাঠ হয়। মুকলি ঠাইত উৎপন্ন হোৱা গছে দৌল সদৃশ চিৰসেউজ ৰূপ ধাৰণ কৰে। গা-গছৰ বাকলি ছাই বৰণীয়া হয়। ফুলৰ চুপহি-বোৰ সেউজীয়া, পাহি বগা আৰু পুংকেশৰ-গৰ্ভকেশৰ হালধীয়া হয়। কাঠ টান আৰু ৰঙচীয়া হয়। ঘৰৰ খুটা, দলঙৰ খুটা আদিত লগোৱাৰ উপৰিও ইয়াৰ কাঠ ফালি দলঙৰ ওপৰত পাৰি দিয়া বাতাম, ৰেলৰ শায়ী কাঠ হিচাপে লগাব পাৰি। কাঠ অতিপাত টান হোৱাৰ বাবে এইবিধ গছক Iron wood of Assam বুলিও কোৱা হয়।

(৬৯) পচতীয়া (Pochotia)
Vitex negundo. Family—Verbinaceae.
ভাইটেক্স নিগন্দো । বৰ্গ—ভাৰ্বিনেছি ।

এবিধ সৰু আকাৰৰ ঔষধ জাতীয় জোপোহা গছ । গা-গছ আৰু ঠাল-ঠেঙুলিবোৰ লেহকা হয় । নীলা বৰণীয়া ফুলবোৰ থোপা-থোপে ফুলে । পাত ভাঙিলে তাৰ পৰা এক প্ৰকাৰৰ গোন্ধ বাহিৰ হয় । গাৰ বিষ মাৰিবলৈ কাপোৰত টোপোলা বান্ধি পানীত উতলাই পচতীয়া পাতৰ সেক লোৱা হয় ।

(৭০) পনিয়ল (Ponial)
Flacortia catafracta. Family—Flacourtiaceae
ফ্লেকৰচিয়া কাটাফ্ৰাক্টা । বৰ্গ—ফ্লেকৰ্চিয়েছি
পয়নাল (বাভা) দাৰেছিক (আছিক) ফ্ৰিনাল (বড়ো)

এবিধ মজলীয়া আকাৰৰ কাটাযুক্ত গছ । গা-গছৰ বৰণ ক'লা চানেকীয়া হয় । জোটাজোটে বহুমুখী কাঁইটৰ থোপা উৎপন্ন হৈ গছ জোপাৰ গুৰি ভাগ আগুৰি থাকে । পাতবোৰৰ গঠন গুৰিৰ ফালে ডিম্বাকৃতি আৰু আগৰ ফালে জোঙা হয় । মণ্ডহাল ফলবোৰ আয়তনত একো একোটা বাটলু গুটিৰ সমান হয় । পকিলে এই ফলবোৰে ৰঙা ৰূপ ধাৰণ কৰে । সেইবোৰ ফল পিটিকি কোমল-আমল কৰি খালে সোৱাদ লাগে ।

(৭১) পপলাৰ (Poplar)
Populus ciliata. Family—Salicaceae.
পপোলাচ চিলিয়েটা । বৰ্গ—চেলিকেছি ।

আঁহত, জৰি আদি গছৰ পাতবোৰৰ দৰে দীঘল সেউজীয়া পাত ধাৰণ কৰা এবিধ বিদেশী গছ । এইবিধ গছ স্বাভাৱিকতে অসমৰ মাটি পানীত উৎপন্ন হোৱা দেখিবলৈ পোৱা নাযায় । ব্যৱহাৰিক দৃষ্টিকোণৰ পৰা বিবেচনা কৰি চাই আজি কালি অসমৰ কোনো কোনো ঠাইত এই বিধ গছ ৰোপণ কৰিবলৈ লোৱা হৈছে । দ্ৰুত গতিত লহ পহকৈ বাঢ়ি কেইবছৰ মানৰ ভিতৰতে ডাঙৰ হব পৰা গুণাগুণ থকাৰ বাবে এইবিধ গছৰ বাগান নিৰ্মাণ কৰা হৈছে । শিমলু গছৰ দৰে ইয়াৰ কাঠ জুইশলা কাঠি আৰু বাহ তৈয়াৰ কৰা কামত লগোৱা হয় ।



(৭২) পমা বা জাতিপমা (Poma or Jati-poma)
Cedrela toona Syn. Toona ciliata.
Family—Meliaceae.
চেদ্ৰেলা টুনা বিকল্পে টুনা চিলিয়েটা । বৰ্গ—মেলিয়েছি ।
পমা আছিং (মিছিং) পমা (কাছাৰ) হাৱৰি বেহ আৰং বা পমা আৰং (কাৰ্বি) পমা (বড়ো) বল ব্ৰেট (আছিক)
দিয়েং টাইলেন বা দিয়েং চাও (খাচিয়া)

এবিধ মজলীয়া আকাৰৰ বনৰীয়া গছ । গা-গছৰ বৰণ মদৰুৱা হয় । পাতৰ আকৃতি গুৰিৰ ফালে ঘূৰণীয়া আৰু আগৰ ফালে জোঙা হয় । কাঠৰ মানদণ্ড উন্নত পৰ্যায়ৰ বুলি কব নোৱাৰি ।

(৭৩) পলাশ (Polash)
Butea frondosa. Family—Leguminaceae.
Syn. Butea monosperma.
বিউটিয়া ফ্ৰণ্ডছা বা বিঃ মনস্পাৰ্মা । বৰ্গ—লেগুমিনেছি ।
পালাচু (বড়ো) পালাচ (ৰাভা)

এবিধ মজলীয়া আকাৰৰ জাৰকালি পাত সৰা গছ । বাকলিৰ বৰণ মদৰুৱা হয় আৰু তাৰ ওপৰত সামান্য ভাৱৰ নীল বৰণীয়া চিকমিকনি পৰিলক্ষিত হয় । যৌগিক পাতবোৰ ধপলা ধপল হয় আৰু তিনিখিলা শাখা পাতৰ সমষ্টিত যৌগিক

পাতৰ উৎপত্তি হয়। চ'ত বহাগ মাহত ফুল ফুলি গছ জোপা উপচি পৰে। সেই বাবে এইবিধ গছক বনজুইৰ (Flame of the forest) আখ্যা দিয়া হয়। কাঠৰ মানদণ্ড সিমান উচ্চ খাপৰ নহয়।

(৭৪) পাটি হুনদা (Pati-hunda)

Cinnamomum obtusifolia. Family—Lauraceae.
চিনামমম্ অবটিওচিফলিয়া। বৰ্গ—লৰেছি।
পাটি হুনদা বা পাদেৰই (অসমীয়া) থেং কিছি আৰং বা থেং কিছি আলো (কাৰ্বি) ছিইৰাং আছিং (মিছিং) ধুপাতি জলা (মেচ) ছামেজং (আছিক) দিয়েং পাথি (খাচিয়া)

এবিধ মজলীয়া আকাৰৰ বনৰীয়া গছ। দীঘল চানেকীয়া যৌগিক পাতৰ গুৰি ছোৱা বহল আৰু আগৰ ফালে জোঙা হয়। এই বিধ আওকাঠী গছৰ পৰা উৎপন্ন হোৱা কাঠ খৰি হিচাপে বা গোজ পুলি পুতি দিয়া কামৰ বাহিৰে অন্য কোনো বিশেষ কামত ব্যৱহাৰৰ উপযুক্ত বুলি কব নোৱাৰি।

(৭৫) পাণচঁপা (Panchopa)

Michelia kingii. Family—Magnoliaceae.
মেগনলিয়া গ্ৰিফিটিয়াই। বৰ্গ—মেগনলিয়েছি।

এবিধ মজলীয়া আকাৰৰ চঁপা জাতীয় অন্যতম গছ। এইবিধ চঁপাৰ পাতবোৰ তিতা চপা, গাহৰি-চঁপা আদি গছৰ পাতবোৰতকৈ আকাৰত সৰু হয়। ইয়াৰ পৰা উৎপন্ন হোৱা কাঠ সিমান উত্তম পৰ্যায়ৰ নহলেও বহুতো কামত তাক ব্যৱহাৰ কৰিব পাৰি।

(৭৬) পানী জামুক (Pani-Jamuk)

Eugenia malaccanensis. Family—Myrtaceae.



ইউজেনিয়া মালাকানেঞ্চিচ্। বৰ্গ—মিৰটেছি।

এবিধ মজলীয়া আকাৰৰ জামুক জাতীয় গছ। পাতবোৰ দীঘল দীঘল, মিহি আৰু পিছল হয়। বৰণত গভীৰ সেউজীয়া ফুলৰ বৰণ ৰঙচীয়া বা বেঙুনীয়া হয়। ফলৰ ভিতৰখন ফোপোলা আৰু তাৰ ভিতৰত মজলীয়া আকাৰৰ গুটিৰ উৎপত্তি হয়। ফলৰ মঙহাল আবৰণ খন খাব পাৰি। ল'ৰা ছোৱালীয়ে খাবলৈ ভাল পায়।

(৭৭) পাৰলি (Paroli)

Stereospermum chelonoides. Family—Bignoniaceae.
ষ্টেৰিওস্পাৰ্মম্ চেলনইদিচ্। বৰ্গ—বিগননিয়েছি।
ছেৰফান্ (বড়ো) বলছিল্ (আছিক) দিয়েং ছিৰ (খাচিয়া)

এবিধ মজলীয়া আকাৰৰ বনৰীয়া গছ। জাৰ কালি পাত সৰে। গা-গছ ছাই বৰণীয়া। পাত আৰু ছিৰাছিৰকৈ লগা ফলবোৰ গছ জোপাৰ ডাঙৰ আগডালৰ পৰা ওলমি থাকে। উৎপাদিত কাঠ আঁহেৰে ভৰি থকাৰ বাবে কৰতেৰে কটা বৰ কঠিন।

(৭৮) পাৰুল (Parul)

Lagerstromia indica. Family—Lythraceae.
লাগাৰ্ষ্ট্ৰমিয়া ইন্দিকা। বৰ্গ—লিথ্ৰেছি।

সৰু আকাৰৰ আলঙ্কাৰিক গছ। ফুলবোৰ থোপা থোপে ফুলে। জাত অনুযায়ী ৰঙা আৰু বগা বৰণীয়া ফুল ধৰা গছ দেখিবলৈ পোৱা যায়। সৌন্দৰ্য বৰ্দ্ধনৰ বাবে মানুহে এইবিধ ফুল জাতীয় গছ বাৰীত কিম্বা অনুষ্ঠান বা কাৰ্যালয় চৌহদত লগাবলৈ ভাল পায়।

(৭৯) পিছলা (Pichola)

Meliosma simplisifolia. Family—Sabiaceae.

মেলিওস্পাৰ্মা চিম্পিচিফলিয়া । বৰ্গ—চেবিয়েছি ।
থৌ থৌৱা (শিৱসাগৰ) লাৰুবন্ধা (লক্ষীমপুৰ) চানকণাৰু (দৰং) হেওনীয়া (নগাওঁ) ধাপাপতীয়া (কামৰূপ) গুৰাৱান্ আছিং (মিছিং)। ফ্ৰাগলান্-জান আবং (কাৰ্বি) দিয়েং নং ক্ৰো (খাছিয়া)

এবিধ সৰু আকাৰৰ সদা-সেউজীয়া গছ । বাকলিৰ বৰণ মদৰুৱা । দাৰে কাটিলে বাকলিৰ ভিতৰখনৰ বৰণ গুলপীয়া হোৱা দেখা যায় । তাৰ পৰা পানী ওলায় । কাঠৰ বৰণ ৰঙচীয়া ।

## (৮০) পিং (Ping)

Cynometra polyandra, Family—Leguminaceae.
চাইনোমেট্ৰা পলিয়েন্দ্ৰা । বৰ্গ—লেগুমিনেছি ।

এই জাতীয় গছ কাছাৰ জিলাত উৎপন্ন হোৱা দেখিবলৈ পোৱা যায় । বাকলিৰ বৰণ ক'লা চানেকীয়া বা ছাই বৰণীয়া । ফুল থোপা থোপে আৰু ফল ছিৰাছিৰে ধৰে। ইয়াৰ পৰা উৎপন্ন হোৱা কাঠ বাতাম আৰু তক্তাৰ আকাৰত ফালি নানা কামত ব্যৱহাৰ কৰা হয় ।

## (৮১) বকুল (Bokul)

Mimosops elengi. Family—Sapotaceae.
মাইমোচপচ্ ইলেঙ্গি । বৰ্গ—চেপোটেছি ।
বকুল (বড়ো) গকুল পাৰ (ৰাভা)

মজলীয়া আকাৰৰ সদা-সেউজীয়া গছ । পাতৰ আকৃতি চামুচ মুখীয়া । দেখিবলৈ বিতোপন হোৱাৰ বাবে মানুহে বকুল গছৰ পুলি এটা বিচাৰি আনি বাৰীত লগাবলৈ ভাল পায় । ফুল ফুলিলে গছ জোপাৰ তলখন সৰু সৰু ফুলেৰে উপচি পৰে আৰু এই সুগন্ধি ফুলৰ সুবাসত গোটেই পৰিবেশ ৰমলে মলাই যায় । বকুল গছৰ পৰা উৎপন্ন হোৱা কাঠ সিমান উচ্চ পৰ্য্যায়ৰ নহলেও



সৰু সুৰা কামত লগাব পাৰি ।

## (৮২) বগৰী (Bogori)

Zizyphus jujuba. Family—Rhamnaceae.
জিজিফচ্ জুজুবা । বৰ্গ—ৰেমনেছি ।
বুকুৰি বা থাক্ৰি আৰং (কাৰ্বি) বৈগ্ৰী (বড়ো) খিং খি (ৰাভা) থেংখি (আছিক) দিয়েং-চহ্-ব্ৰংই (খাচিয়া)

সৰু বিধৰ মজলীয়া আকাৰৰ গছ । পাতৰ বৰণ তলৰ লুটিত অলপ বগা চানেকীয়া হয় । আকাৰত ডিম্বাকৃতি হয় । ফুলৰ বৰণ মাখন বুলীয়া । গছ বুঢ়া হলে গা-গছ ডাল ছিৰাছিৰ কৈ ফাটিব ধৰে । লমা লমে লগা এইবিধ গছৰ মঙহাল ফল মানুহে খাবলৈ ভাল পায় । বগৰী গছৰ কাঠ মানুহে বিশেষ কামত লগোৱা দেখিবলৈ পোৱা নাযায় ।

## (৮৩) বগা আমাৰি (Boga Amari)

Amoora rohitoka. Family—Meliaceae.
আমোৰা ৰোহিটোকা । বৰ্গ—মিলিয়েছি ।
ৰকেক্ টুৰং (কাৰ্বি) বগা ৰাতা (কাছাৰ) বল্ চম্ফাল্ (আছিক) দিয়েং ৰাতা (খাচিয়া)

এবিধ মজলীয়া আকাৰ বনৰীয়া গছ । গা-গছৰ বাকলিৰ বৰণ মদৰুৱা আৰু এই বাকলিবোৰৰ ঠায়ে ঠায়ে অলপীয়াকৈ ফাট মেলি একো একোটা চকৰৰ সৃষ্টি হয় । বাকলিৰ ভিতৰখন ৰঙচুৱা । দাৰে কাটি দিলে বাকলিৰ ভিতৰৰ পৰা এক প্ৰকাৰৰ জুলীয়া পদাৰ্থ বাহিৰ হয় । ফুলৰ বৰণ শেঁতা ।

এই বিধ গছৰ পৰা যি কাঠ উৎপন্ন হয় সেই কাঠক সিমান ভাল বিধৰ কাঠ বুলি গণ্য কৰা নহয় ।

## (৮৪) বগা কাঞ্চন (Boga Kanchan)

Bauhinia variegata. Family—Laguminaceae.

বহিনিয়া ভেৰিগেটা । বৰ্গ—লেগুমিনেছি ।
বগা কাটৰা, কুৰল, কটৰা (অসমীয়া) ইন্ কো আৰং (কাৰ্বি) বন্ মিগ্ ((আছিক) দিয়েং লং (খাচিয়া)

হাবিৰ মাজত আপোনা-আপুনি উৎপত্তি হোৱা এবিধ কাঞ্চন ফুল জাতীয় মজলীয়া গছ । ফুল ফুলাৰ সময়ত গোটেই জোপা নিলগৰ পৰা জিনিকি থকাকৈ বিতোপন হয় । ফুলৰ বৰণ বগা । পাতবোৰ দেখাত পখিলাৰ পাখিৰ নিচিনা লাগে । গৰু ছাগলিয়ে এইবোৰ পাত খাবলৈ ভাল পায় । কেচা ঘৰত খুটা আদি লগোৱা কিম্বা অন্য কোনো অস্থায়ী কামত খটোৱাৰ বাহিৰে অন্য কোনো কামত এইবিধ গছৰ কাঠ লগাব পৰাৰ আশা কম ।

## (৮৫) বগী পমা (Bogi Poma)

Chikrassia tabularis. Family—Meliaceae.
চিক্ৰাচিয়া টেবুলাৰিচ্ । বৰ্গ—মেলিয়েছি ।
চকৰী পমা (নগাওঁ) লাহৰী পমা (গোৱালপাৰা)
চিলিং বা চিলেং গাছিং (মিছিং) হাৰবি বেহ, হাৰিবে (কাৰ্বি) দৰেক (আছিক)

এবিধ মজলীয়া আকাৰৰ সুকাঠী গছ । পাতৰ গঠন প্ৰণালী যৌগিক । শাখা পাতবোৰ বিপৰীত মুখী । বাকলিৰ আঁহযুক্ত মঙহৰ বৰণ গুলপীয়া হয় । এই বিধ গছৰ পৰা উৎপন্ন হোৱা কাঠ ফালি নানা কামত লগাব পাৰি ।

## (৮৬) বজ্ৰনলী (Bajranali)

Zanthoxylum budrunga. Family—Rutaceae.
জেন্থোজাইলম্ বুদ্ৰঙ্গা । বৰ্গ—ৰুটেছি ।
টিং গাং আৰং (কাৰ্বি) বজ্ৰলৰী (বড়ো)
দিয়েং কা চিনৰাং (খাচিয়া) চুনেট্ ছেং (আছিক)

এবিধ মজলীয়া আকাৰৰ আওকাঠী গছ । বাকলিৰ উপৰি ভাগে থোপোকা থোপোকা কাঁইটেৰে ভৰপূৰ হৈ থাকে । পকা ছিৰালৰ দৰে বাকলিৰ ওপৰ ভাগ ছিৰাছিৰাকৈ ফাটি ফাটি থাকে । শাখা পাতৰ বিন্যাস প্ৰণালী বিপৰীত মুখী হয় । অস্থায়ী কামত লগোৱাৰ বাহিৰে ইয়াৰ কাঠ অন্য কোনো কামৰ বাবে উপযুক্ত নহয় ।



## (৮৭) বটল বুৰুজ (Bottle brush)

Callistemon viminalis. Family—Lecithidaceae.
কেলিষ্টেমন্ ভিমিনেলিচ্ । বৰ্গ—লিচিথিদেছি ।

ছিৰিলি ছিৰিলি পাতেৰে ভৰপূৰ এবিধ বিজতৰীয়া দেখনিয়াৰ গছ । বটল পৰিস্কাৰ কৰা বুৰুজৰ আকৃতিৰ পুষ্প গুচ্ছ ধাৰণ কৰা গতিকে ইয়াক বটল বুৰুজ বা Bottle brush বুলি কোৱা হয় । দেখিবলৈ আকৰ্ষণীয় হোৱাৰ বাবে ইয়াক মানুহে বাৰীত কিম্বা আলি পদূলিৰ কিনাৰত লগাবলৈ ভাল পায় ।

## (৮৮) বন আম (Bon Am or Lakhi Am)

Mangifera sylvetica. Family—Anacardiaceae.
মেঙ্গিফেৰা চিলভেটিকা । বৰ্গ—আনাকাৰ্ডিয়েছি ।
লক্ষী আম (কাছাৰ) পচো (ৰাভা) বন থাই জৌ (বড়ো)

এবিধ ডাঙৰ আকাৰৰ বনৰীয়া আম জাতীয় গছ । ইয়াৰ ফলবোৰ আকাৰত তেনেই সৰু হয় । টিলিকা আম বুলি কব পাৰি ।

এই জাতীয় আম গছৰ কাঠ পেকিং বাকচ, তৰপীয়া কাঠ আদি বনোৱা কামত লগাব পাৰি ।

## (৮৯) বন-চোম (Bonchum)

Phoebe goalparensis. Family—Lauraceae.
ফিবি গোৱালপাৰেণচিচ্ । বৰ্গ—লৰেছি ।
বান চুম (বড়ো)

এবিধ ডাঙৰ আকাৰৰ সুকাঠী-গছ। ডিম্বাকৃতিৰ আগজোঙা পাত-বোৰ ডালৰ আগভাগত থোপা-থোপে লাগে। গা-গছৰ বাকলি ছাই-বৰণীয়া হয়। এই বাকলিখনৰ উপৰিভাগ ফাটি-ছিটি থাকে। এইবিধ গছৰ পৰা উৎপন্ন হোৱা কাঠৰ মানদণ্ড উচ্চপর্য্যায়ৰ বুলি গন্য কৰা হয়। বাতাম আৰু তক্তা আকাৰে ফ্যালি সেই কাঠ নানা কামত লগাব পাৰি।

### (৯০) বন-পছলা (Bon-pachala)

Picrasma javanica. Family—Rubiaceae.

পিক্রাস্মা-জাভানিকা। বর্গ—ৰুবিয়েছি।

ছেংলক্‌চ' (কাৰ্বি) বৰ জাগ্‌ৰেং (আছিক)

মজলীয়া আকাৰৰ বনৰীয়া গছ। গা গছৰ বাকলি ক'লা চানেকীয়াকৈ মুগা হয়। বাকলিৰ উপৰিভাগ খলা-বমা। ভিতৰখন বগা। শাখা পাত বোৰে ডিম্বাকৃতি ৰূপ ধাৰণ কৰে। পুষ্পগুচ্ছৰ বিন্যাস প্ৰণালী আগভাৰী ভাৱে থোপ খোৱা হয়।

খৰি আৰু অন্যান্য অস্থায়ী কামত ব্যৱহাৰ কৰাৰ বাবে ইয়াৰ কাঠ লগাব পাৰি।

### (৯১) বন লিচু (Bon Lichu)

Nephelium longana. Family—Sapindaceae

নেফেলিয়াম লঙ্গানা। বর্গ—চেপিন্দেছি।

কাঠলিচু (নগাওঁ) মাৰলি আৰং (কাৰ্বি) দিয়েং লবা (খাচিয়া) চাম্ফাল বল (আছিক) লেচু (ৰাভা)

বনৰীয়াকৈ হাবিত উৎপন্ন হোৱা মজলীয়া আকাৰৰ সদা-সেউজীয়া গছ। পাতৰ আকৃতি মানুহে ঘৰৰ বাৰীত লগোৱা লিচু পাতৰ লগত অবিকল মিলি যায়। ফলবোৰ আকাৰত সৰু হয় আৰু তাত থকা খাবলগীয়া শাহৰ পৰিমাণ তেনেই তাকৰ। ইয়াৰ কাঠ খেতি পথাৰৰ সজুলি আদি তৈয়াৰ কৰা কামত



ব্যৱহাৰ কৰিব পাৰি।

### (৯২) বড় গছ (Banyan tree or Indian fig tree)

Ficus bengalensis Synonym - F. indica.

Family—Moraceae.

ফাইকচ বেঙ্গোলেন্সিচ্, বিকল্পে ফাইকচ ইন্দিকা। বর্গ—মোৰেছি

পৰফ্রাং (তিৱা) গনোক (আছিক) টুন্-লুঙ্ (তাই আহোম) কেনী (মিছিং)

ধপলা ধপল পাত ধৰা এবিধ প্ৰকাণ্ড আকাৰৰ গছ। পৰ্ঘুমা, হাইঠা আদি চৰাইয়ে ইয়াৰ ফল খাবলৈ ভাল পায়। গা-গছত ঘা লগাই ৰাখিলে তাৰ পৰা গম আঠাৰ নিচিনা এবিধ ৰস ওলায়। পোনেই অঙ্কুৰ গজোতে বড় গছে আন জাতীয় গছৰ ওপৰত নিৰ্ভৰ কৰি জীৱন যাত্ৰা আৰম্ভ কৰে। আতিথ্য গ্ৰহণ কৰা গছ জোপাই কালক্ৰমত আক্ৰান্ত হৈ মৃত্যু বৰণ কৰে। বড় গছে তেতিয়া নিজে স্বাধীন জীৱন যাপন কৰিবলৈ লয়। একে থোকা পুষ্প গুচ্ছৰ অন্তৰ্গত পুং আৰু স্ত্ৰীপুষ্পৰ বিকাশ সাধন হয়। সিহঁতৰ মিলনত যি ফল ধৰে সেই ফল পকিলে হালধীয়া হয়। গৰু ছাগলীয়েও সেই ফল বুটলি খাই ভাল পায়।

### (৯৩) বৰ জামু (Bor Jamu)

Eugenia jambolana. Family—Myrteceae.

ইউজেনিয়া জাম্বোলানা। বর্গ—মিৰ্‌টেছি।

ৰেণ্ ৰেং আবং (কাৰ্বি) জাম আছিং (মিছিং)

দিয়েং ৰামাই, দিয়েং চহ্ থাম্ উম্ (খাচিয়া)

চাম্বু (আছিক) খৰজাম (মেচ) ঝাম (ৰাভা)

এবিধ ডাঙৰ আকাৰৰ সদা-সেউজীয়া গছ। গা-গছৰ বাকলি-খন বৰণত মুগা চানেকীয়া হয়। বুঢ়া গছৰ বাকলিয়ে ফটা ছিটা আৰু খলা বমা ৰূপ ধাৰণ কৰে। পাতবোৰ সামান্য ভাৱে

বহল আৰু আগজোঙা হয়। ফুলৰ বৰণ বগা চানেকীয়াকৈ সেউজীয়া হয়। জুন জুলাই মাহত ফল পকে। সেই ফলে তেতিয়া ক'লা ৰূপ ধাৰণ কৰে। খাবলৈ মিঠা মিঠা লাগে। এই ফলত ঔষধৰ গুনাগুণ আছে। কাঠৰ বৰণ ৰঙচীয়া। পানীৰ তলৰ কামত লগালে বহুদিন টিকে।

(৯৪) **বৰপাত (Borpat)**

Ailanthas grandis. Family—Rubiaceae.

আইলান্থাচ্ গ্ৰেন্দিচ্। বৰ্গ—ৰুবিয়েছি।

হাৰাঙা ফুল (উঃ লক্ষীমপুৰ) বন কেচেৰু (লক্ষীমপুৰ-ডিব্ৰুগড়) কৰঙা (দৰং, শোণিতপুৰ) চিলেং আছিং (মিছিং) দিয়েং ইহাত (খাচিয়া)

ডাঙৰ আকাৰৰ বিতোপন গছ। আলঙ্কাৰিক গছ হিচাপে শোভাবৰ্দ্ধনৰ বাবে আলি বাটৰ কাষত ৰোৱা হয়। যৌগিক পাতৰ বিন্যাস প্ৰণালী জখলা খপীয়া। ফুলবোৰ দেখনিয়াৰ নহয়। ফলত এক প্ৰকাৰৰ পাখি সংযোগ হৈ থাকে। পেকিং বাকচ আদি বনোৱা কামত ইয়াৰ তক্তা ব্যৱহাৰ কৰিব পাৰি।

(৯৫) **বৰ হেলচ (Bor Heloch)**

Antidesma bunius. Family—Euphorbiaceae.

এন্টিদেস্মা বুনিয়চ্। বৰ্গ—ইউফৰবিয়েছি।

বৰহেলচ্, পানী হেলচ্ (অসমীয়া) কাৰান্দা (কাছাৰ) বল আব্ৰাক্ (আছিক্) দিয়েং-চহ-চিলি (খাচিয়া)

এবিধ মজলীয়া আকাৰৰ সদা-সেউজীয়া গছ। দ-চানেকীয়া ঠাইত উৎপত্তি বেছি। গা-গছৰ বাকলি বৰণত ক'লা চানেকীয়া হয়। বাকলিৰ ভিতৰ অংশ ৰঙচীয়া হয়। থোপা-থোপে ফুলা সৰু সৰু ফুলৰ পৰা থোকা থোককৈ সৰু সৰু মাটিমাহৰ সমান ফলৰ উৎপত্তি হয়। এই ফল খাবলৈ টেঙা হলেও পিয়া-



হত নিমখ জলকীয়া সানি মুখত দিলে তৃপ্তি পোৱা যায়।

(৯৬) **ব'হত (Bohot) ডেৱা-ছালি (Dewa chali)**

Artocarpus lakoocha. Family—Moraceae.

আৰটোকাৰ্পচ লাকুচা। বৰ্গ—মোৰেছি।

লিও চিক্ ছালিয়া (মিছিং) আৰমু (আছিক্) দিয়েং-চহ-ৰাম (খাচিয়া)

এবিধ ডাঙৰ আকাৰৰ জাৰকালি পাত সৰা গোষ্ঠীৰ গছ। গা-গছৰ বাকলি ক'লা চানেকীয়াকৈ মুগা হয়। তাৰ পৰা চকলা চকলকৈ কিছুমান বাকলি তৰপে তৰপে বখল খাই থাকে। বাকলিৰ ভিতৰ ভাগ ৰঙচীয়া হয়। পাতবোৰ অলপ ধপলা ধপল আৰু দীঘল পহীয়াকৈ ডিম্বাকৃতিৰ হয়। ইয়াৰ বাকলি চকলিয়াই কোনো কোনো মানুহে তাঁমোলৰ লগত খায়। কঠালৰ নিচিনা সৰু আকাৰৰ ফলবোৰ পুৰঠ হৈ পকিলে তাৰ ভিতৰত থকা ফুটাবোৰ খাব পাৰি। গছৰ তলত সৰি থকা অপৈনত ফল ফালি চিলতত ঘঁহি দিলে চাফা হয়। ইয়াৰ কাঠৰ পৰা তক্তা, বাতাম আদি ফালি কামত লগাব পাৰি।

(৯৭) **বান্দৰ ডিমা (Bandar-dima)**

Dysoxylum binectariferum. Family—Meliaceae

ডাইচোজাইলম্ বাইনেক্টিফেৰম্। বৰ্গ—মেলিয়েছি।

গালিং আছিং (মিছিং) খুাং কেলক্ আৰং (কাৰ্বি) ৰাতা (কাছাৰ) ডিঙি বংফাম্ (মেচ) বল নাৰাং (আছিক)

এবিধ মজলীয়া আকাৰৰ সদা-সেউজীয়া গছ। বৃহৎ বৃক্ষ সম্পন্ন বননিৰ মাজে মাজে এইবিধ গছৰ উৎপত্তি পৰিলক্ষিত হয়। সমান আকাৰৰ অন্যান্য জাতীয় গছৰ লগতে মধ্য স্তৰত ই প্ৰতিষ্ঠিত হয়। গা গছৰ বৰণ মদৰুৱা। যৌগিক গঠনৰ পাতবোৰ দীঘলীয়াকৈ সমান কাষৰীয়া হয়। ফুলৰ বৰণ শেঁতা।

এইবিধ গছৰ পৰা উৎপন্ন হোৱা কাঠ ফালি তক্তা, বাতাম তৈয়াৰ কৰিব পাৰি।

(৯৮) বাবুল (Babul)

Acacia dealbata. Family—Leguminaceae

একেছিয়া ডিয়ালবাটা। বৰ্গ—লেগুমিনেছি।

এবিধ তৰুৱা কদম গোষ্ঠীৰ বিজতৰীয়া জছ। আকাৰত মজলীয়া আৰু দেখনত ছিৰিলিপতীয়া। অতীজতে থলুৱা গছ নহলেও বৰ্তমান অৱস্থাত ইয়াৰ উৎপত্তি বহুতো ঠাইত পৰিলক্ষিত হয়। বাৰীৰ কাষে কাষে সৰহীয়াকৈ শাৰী পাতি ৰুই দি কলম কৰি পৰিপাটিকৈ ৰাখিলে বেচ ধুনীয়া দেখি।

খৰিৰ বাহিৰে অন্য বিশেষ কামত এইবিধ গছৰপৰা উৎপন্ন হোৱা কাঠ ব্যৱহাৰৰ উপযোগী হোৱা দেখা নাযায়। এইবিধ গছক জনপ্ৰিয় ভাষাত মাদ্ৰাজ থৰ্ণ বুলি কোৱা হয়।

(৯৯) বিলাতী ঝাও (Beef-wood tree or Casurina)

Casurina equisitifolia. Family—Casurinaceae.

কেজুৰিণা ইকুইজিটিফলিয়া। বৰ্গ—কেজুৰিনেছি।

দেখাত ঝাওবনৰ নিচিনা এবিধ মজলীয়া আকাৰৰ বিজতৰীয়া গছ। দক্ষিণ ভাৰতত স্বাভাৱিকতে ইয়াৰ উৎপত্তি পৰিলক্ষিত হয়। দেখিবলৈ বিতোপন হোৱাৰ বাবে এইবিধ গছ চৰকাৰী কাৰ্যালয়ৰ চৌহদ আৰু ৰাজহুৱা অনুষ্ঠানৰ কাষে পাজৰে লগোৱা দেখা যায়।

খৰিৰ বাহিৰে অন্য কোনো কামত এইবিধ গছৰ পৰা উৎপন্ন হোৱা কাঠ লগোৱা দেখা নাযায়।

(১০০) বিহমনা (Bihmona)

Randia dumetoron. Family—Rubiaceae.

ৰান্দিয়া ডুমেটৰণ। বৰ্গ—ৰুবিয়েছি।



ৰুফি আবং (কাৰ্বি) বিচ খানিকৰা (মেচ) থিচকেং (আছিক) দিয়েং মাকাছিং খুাও (খাচিয়া)

এবিধ সৰু আকাৰৰ জোপোহা গছ। জাৰকালি পাত সৰি গছ জোপা লঠঙা হয়। বাকলিৰ বৰণ মুগা চানেকীয়া। ঠাল ঠেঙুলি বিলাক আধা ডোখৰতে কটা যেন দেখি। পাতৰ গুৰি ডোখৰ ঘূৰণীয়া আৰু আগভাগ জোঙা হয়। চুপহি চুঙা মুখীয়া। ফুলৰ পৰা এক প্ৰকাৰৰ সুগন্ধ বাহিৰ হয়। ফলবোৰ আকাৰত ঘূৰণীয়া আৰু ভিতৰভাগ মঙহাল। পকিলে হালধীয়া হয়। পানীত বিহ দি মাছ ঠেৰেঙা লগাই ধৰিবৰ বাবে এই ফল ব্যৱহাৰ কৰা হয়।

(১০১) বোলা (Bola)

Morus Laevigata. Family—Lauraceae.

মোৰচ লেভিগেটা। বৰ্গ—লৰেছি।

আনুম আছিং (মিছিং) বওলা (মেচ) গাংগাৰ তাইচিৰ (বড়ো) ৰেপচিং (ৰাভা)

এবিধ ডাঙৰ আকাৰৰ সুকাঠী গছ। কমবয়সীয়া গছৰ বাকলিৰ বৰণ মুগা চানেকীয়া হয়। বুঢ়া বয়সত সেই বৰণ লাহে লাহে ক'লা হবলৈ আৰম্ভ কৰে। বাকলিৰ উপৰি ভাগৰ পৰা চটা চটাকৈ নিকৰ ওলাই আহে। বাকলিৰ ভিতৰখন বগা হয়। পাতৰ গুৰি ভাগ ঘূৰণীয়া আৰু আগৰ ফালে জোঙা হয়।

বোলা গছৰ পৰা যি কাঠ উৎপন্ন হয় সেই কাঠ ফালিলে তাৰ পৰা অতি মূল্যবান বাতাম আৰু তক্তা ওলায়।

(১০২) বেল (Bel)

Aegle mar-melos. Family—Rutaceae.

ইগল মাৰমেলচ। বৰ্গ—ৰুটেছি।

বেহেল (বড়ো) চিপ্ৰি (ৰাভা) চহবেল (খাচিয়া), বেলেখি (আছিক)

এবিধ মজলীয়া আকাৰৰ জাৰকালি পাত সৰা গছ। যৌগিক পাতৰ শাখা পাত দুখন বিপৰীত মুখী হৈ থাকে। ফলৰ আকাৰ গোটা হয় আৰু ফলৰ বাকলিখন অতিপাত টান হয়। ফলৰ ভিতৰত কোমল আমল শাহ থাকে। তাৰ ভিতৰত যিবোৰ সৰু সৰু আকাৰৰ গুটি উৎপন্ন হয় সেই গুটিৰ উপৰিভাগত আঠাৰ আৱৰণ থাকে। পকা ফলৰ শাহখিনি খাবলৈ মিঠা মিঠা লাগে। শাহখিনি উলিয়াই গাখীৰৰ লগত মিহলাই খালে ঔষধৰ কাম কৰে। কেচাই কেচাইও খাব পাৰি। এইবিধগছৰ পাত পূজাত লাগে।

(১০৩) ভাত ঘিলা (Bhat-ghila)

Oroxylum indicum. Family—Bigoniaceae

অ'ৰোজাই লম্ ইন্দিকম্। বৰ্গ—বিগনিয়েছি।

টগুনা, ভাতঘিলা, ডিঙাৰি (অসমীয়া) নাপাক্বান্ আৰং (কাৰ্বি) কানাই ডিঙা (কাছাৰ) কাৰাওকাণ্ডাই (বড়ো) খিৰিং (আছিক) দিয়েং-টিট্-কং-লিন (খাচিয়া)

এবিধ মজলীয়া আকাৰৰ কোমল কাঠ ধাৰণ কৰা আওকাঠী গছ। পাতবিলাক একোডাল দীঘল দীঘল ঠাৰিৰ আগভাগত থোপ খাই থাকে। ঠাল ঠেঙুলিৰ সংখ্যা তেনেই কম। ছিৰা-ছিৰকৈ ডাঙৰ ডাঙৰ ফল ধৰে। ছিৰাবিলাকৰ ভিতৰত চেপেটা চেপেটা আকাৰৰ পাখিলগা গুটি উৎপন্ন হয়। কোমল আৰু সোপোকা হোৱাৰ বাবে এইবিধ গছৰ পৰা উৎপন্ন হোৱা কাঠ কোনো কামৰ উপযোগী নহয়।

(১০৪) ভে গছ (Bhe-gash)

Salix tetrasperma. Family—Salicaceae

চেলিক্স টেট্ৰাস্পাৰ্মা। বৰ্গ—ছেলিকেছি।

পানী হিজল (কাছাৰ) বেচ্ বিফাং (মেচ) বল স্লাক্ (আছিক্)



দিয়েং উম্ (খাছিয়া)

দ চানেকীয়া ঠাইত উৎপন্ন হোৱা এবিধ মজলীয়া আকাৰৰ ছিৰিলি-পতীয়া আওকাঠী গছ। বাকলিৰ ৰৰণ ক'লা চানেকীয়া হয়। এই বাকলি লম্বভাৱে ছিৰাছিৰকৈ ফাট মেলি থকা দেখা যায়। ভিতৰৰ ফালে থকা বাকলিৰ আঁহবোৰ ৰঙচুৰা হয়।

(১০৫) ভেল্কৰ (Bhelkar)

Trewia nudiflora. Family—Euphorbiaceae

ত্ৰিউইয়া নিউদিফলিয়া। বৰ্গ—ইউফৰবিয়েছি।

থেংকিজয় আৰং (কাৰ্বি) টাইলাড্ (বড়ো) বল্ দিক্দাক (আছিক) দিয়েং-চহ-লিংদত (খাচিয়া)

এজাতি ডাঙৰ বিধৰ মজলীয়া আকাৰৰ সদা-সেউজীয়া গছ। বাকলিৰ ৰং ছাইবৰণীয়া আৰু তাত সামান্য ধৰণৰ দীঘল দীঘল আঁচৰ বিকাশ সাধন হয়। বাকলিৰ ভিতৰ ভাগ ৰঙচুৰা হয়। পাতৰ স্থাপন পদ্ধতি বিপৰীত মুখী। আগজোঙা পাতখিলাৰ গুৰিভাগ ঠাৰিৰফালে ঘূৰখাই থাকে।

পীতবৰণ ফুলবোৰ থোপা থোপে ফুলে। অলপ টান বিধৰ মঙহাল ফলবোৰ পানীয়ে উটুৱাই নি নি সিচৰতি কৰাত সহায় কৰে। উৎপাদিত কাঠ জুইশলাৰ বাহ তৈয়াৰ কৰা কামত ব্যৱহাৰ কৰা হয়।

(১০৬) ভেলা গছ (Bhela)

Semicarpus anacardium. Family—Anacardiaccae

চেমিকাৰ্পাচ্ আনাকাৰ্দিয়ম্। বৰ্গ—অনাকাৰদিয়েছি।

বাৰলা আৰং (কাৰ্বি) বৰভোলা (নগাওঁ) বল্ আগাল (আছিক্)

এবিধ মজলীয়া আকাৰৰ আওকাঠী গছ। পাতবিলাক ধপলা ধপল হয় আৰু ঠাৰিৰ আগভাগত এই পাতে বিপৰীত মুখী স্থাপন পদ্ধতি ধাৰণ কৰে। বাঁজী ও জাতীয় গছৰ পাতৰ লগত এইবিধ গছৰ পাত

কমবেছি পৰিমাণে মিলি যায়। ক'লা বৰণীয়া বাকলিৰ ভিতৰঅংগ ৰঙচীয়া হয়। চুঙা মুখী ফুলৰ চুপহি চিঙি মুখেৰে চুপি দিলে মিঠা মিঠা লাগে। গুটিৰ ভিতৰ ভাগ ধোৱাই কাপোৰত দাগ দিয়া কামত ব্যৱহাৰ কৰে। উৎপাদিত কাঠ কোমল হোৱাৰ বাবে বিশেষ কামত ব্যৱহাৰৰ বাবে উপযোগী বুলি গণ্য কৰিব নোৱাৰি।

(১০৭) ভেলেউ বা ভেলো (Bhelu)

Tetrameles nudiflora. Family—Datiscaceae.

টেট্ৰামেলচ্ নিউদিফ্লৰিয়া। বৰ্গ—ডেটিচ্‌কেছি।

পাগাৰাং, পাক্ আৰং (কাৰ্বি) বলুম (বড়ো) তুলা (কাছাৰ) বল্‌বক্, ডুম্ বং (আছিক) দিয়েং টাৰো (খাচিয়া) বং লেপ (কছাৰী)

এবিধ প্ৰকাণ্ড আকাৰৰ ওখ গছ। গা-গছৰ গুৰিৰ পৰা ঠেকাৰ নিচিনাকৈ চেপেটা আকাৰৰ ফেৰেঙনি (Buttressed) ওলাই আহে। বাকলিৰ উপৰিভাগ ছাই বৰণীয়াকৈ মিহি হয়। পথালি পথালিকৈ ঠায়ে ঠায়ে কটা দাগ থাকে। খৰালি কালত আটাই-বোৰ পাত একে লগে সৰে। পাতৰ দাঁতি ভাগ খাজ কটা। নতুন পাতৰ কুঁহি ধৰিবলৈ আৰম্ভ কৰাৰ সময়তে গছ জোপাত সেউজী বৰণৰ ফুল থোপা থোপে ফুলে। ইয়াৰ কাঠৰ তক্তা পকী চাকনি বনাবলৈ, চাং সজা, পেকিং বাকচ বনোৱা আদি কামত ব্যৱহাৰ কৰা হয়।

(১০৮) মক্কা তেঁতেলী (Rain-tree)

Enterolobium Saman. Family—Leguminaceae.

এণ্টেৰোলবিয়ম্ চামান। বৰ্গ—লেগুমিনেছি।

ৰেইন ট্ৰি (ইংৰাজী) মক্কা থিন্ থুাং (বড়ো)

এবিধ প্ৰকাণ্ড আকাৰৰ চিৰ-সেউজীয়া গছ। যৌগিক গাঠনিৰ পাতবোৰ চামুছ পহীয়াকৈ বিপৰীত মুখী হয়। আবেলি পৰত



পাতবোৰ লাহে লাহে দুতৰপীয়াকৈ জাপ যাবলৈ আৰম্ভ কৰে। ফুল ব্ৰোৰ আকাৰত সৰু হয় আৰু ফল ছিৰাছিৰকৈ ধৰে। ছাঁ পৰা আৰু শোভা বৰ্দ্ধনৰ কামৰ বাবে আলি বাটৰ কাষত এইবিধ গছ লগোৱা হয়। কাঠবোৰ চনকা হোৱাৰ বাবে বিশেষ কামত লগাব নোৱাৰি। বিদেশৰ পৰা সঁচ আনি লগোৱা গছ হিচাপে মক্কা তেঁতেলীয়ে আজিকালি জনপ্ৰিয়তা লাভ কৰিব পাৰিছে।

(১০৯) মজ (Moj)

Albizzia lucida. Family—Leguminaceae

এলবিজিয়া লুচিদা। বৰ্গ—লেগুমিনেছি।

চুন্দি (কাছাৰ) ইংহক্ আৰং (কাৰ্বি) লাংগিট্ আছিং (মিছিং)

এবিধ মজলীয়া আকাৰৰ বনৰীয়া গছ। যৌগিক গঠনৰ পাতবোৰ কেতিয়াবা দুখন আৰু কোনো কোনো ক্ষেত্ৰত তিনিখন শাখা পাতেৰে গঠিত হয়। বাকলিৰ ভিতৰ অংশৰ প্ৰথম তৰপ সেউজীয়া) আৰু ভিতৰৰ ফালে থকা তৰপ ৰঙচীয়া হয়। উপৰিভাগত অথালি পথালিকৈ কটা কিছুমান দাগ থাকে। ফুলৰ বৰণ মুগা চানেকীয়া। উৰহীৰ নিচিনাকৈ ফলবোৰ ছিৰাছিৰে ধৰে। এইবিধ গছৰ পৰা উৎপন্ন হোৱা কাঠৰ মানদণ্ড নিম্নখাপৰ হয় বুলি একে আষাৰতে কৈ থব পাৰি।

(১১০) মনিছাল (Monisal)

Sapindus mukorosi. Family—Sapindaceae

চেপিন্দচ্ মোকৰচি। বৰ্গ—চেপিন্দেছি।

হাইটাগুটি (মিছিং) হাল থাল বাং, ফুৰাথাই (কাছাৰ) থি ডাক্ ডাক্ আৰং (কাৰ্বি) দিয়েং স্প্ৰিয়েং ৰাহ (খাচিয়া) টুন্-মাক্-ছাক (তাই আহোম)

খৰালি কালত পাতসৰা এবিধ মজলীয়া আকাৰৰ গছ। বসন্ত কালত কুঁহিপাত ধৰে আৰু ফুল ফুলে। গা গছৰ বাকলিৰ

বৰণত সেউজীয়াৰ আভাস থকা মুগা হয়। এই বাকলিৰ উপৰি ভাগত সামান্য আকাৰৰ থিয় থিয় ৰেখাৰ বিকাশ সাধন হয়। যৌগিক পাতৰ শাখাপাত বোৰ জখলা-খলপীয়া হয়। ফলৰ বাকলি অলপ ডাঠ বিধৰ কোমল শাহৰ দ্বাৰা গঠিত হয়। ভিতৰখন ফোপোলা হয় আৰু ইয়াত এটা গোলাকাৰ গুটিৰ উৎপত্তি হয়। ফলৰ বাকলিখন চাবোনৰ দৰে কাপোৰ ধুৱা কামত ব্যৱহাৰ কৰিব পাৰি। এইবিধ গছৰপৰা উৎপন্ন হোৱা কাঠ খৰিৰ বাহিৰে অন্য কোনো ধৰণৰ স্থায়ী কামত ব্যৱহাৰৰ উপযোগী নহয়।

**(১১১) মদাৰ (Modar, Coral tree)**

Erythrina stricta. Family—Leguminaceae.

ইৰিথ্ৰিনা ষ্ট্ৰিক্টা। বৰ্গ—লেগুমিনেছি।

ফাৰ্‌ছে আৰং (কাৰ্বি) টাগাৎ আছিং (মিছিং) বন্‌ মান্দাল্‌ (আছিক) মান্দাৰ (বড়ো) মান্দাৰে (ৰাভা) ০দিয়েং চং ডাখাৰ (খাচিয়া)

এবিধ মজলীয়া আকাৰৰ জাৰকালি পাত সৰা গছ। বাকলিৰ বৰণ মদৰুৱা। তাৰ উপৰিভাগত থোপোকা থোপোকা কাঁইটৰ উৎপত্তি হয়। শাখা প্ৰশাখাত যিবোৰ কাঁইটৰ উৎপত্তি হয় সেইবোৰৰ আগভাগে বৰশীৰ আগৰ দৰে হাকুটা ৰূপ ধাৰণ কৰে। এটিয়া এটিয়াকৈ বিকাশ সাধন হোৱা পাতৰ গঠন পানৰ নিচিনা হয়।

ৰঙা ফুলবোৰৰ পাহিবোৰ মাটিত সৰি পৰিলে ফলৰ ছিৰাবোৰ গছত ওলমি পৰে। সময়ত গুটিবোৰ মাটিত সৰি পৰিলে গছজোপাৰ তলখন গুটিবোৰেৰে উপচি পৰে। কাঠৰ মানদণ্ড উন্নত পৰ্য্যায়ৰ নহলেও লাপিলুপা কামত অভাৱ পূৰণ কৰিব পাৰি।

**(১১২) মধুৰি আম (Madhuri Am, Guava)**

Psidium guyava. Family—Lechithidaceae.



চিডিয়ম্‌ গোয়াভা। বৰ্গ—লেচিথিদেছি।

অমৰুদ (হিন্দী) চুমক্ৰাম্‌ (বড়ো) আমঠৈ (ৰাভা) চহ্‌ পিৰিয়াম্‌ (খাচিয়া)

এবিধ মজলীয়া আকাৰৰ ডাল মেলা গছ। বাকলিৰ উপৰিভাগ নিমজ হয়। নিকৰৰ দৰে পাতলীয়া ছাল তাৰ পৰা ওলাই আহে। পাতবোৰে ডিম্বাকৃতি ৰূপ ধাৰণ কৰে। ফুলৰ বৰণ বগা। ফলবোৰ মণ্ডহাল হয় আৰু পকিলে সেই ফল খাবলৈ মিঠা লাগে। তাৰ পৰা জেলি তৈয়াৰ কৰি খায়। ভাল জাতৰ মধুৰি আম মানুহে বাৰীত লগায় আৰু বাগান আকাৰেও ইয়াৰ খেতি কৰে। দা কুঠাৰ আদিৰ নাল তৈয়াৰ কৰা কামত ইয়াৰ কাঠ ব্যৱহাৰ কৰা হয়।

**(১১৩) মৰই (Moroi)**

Cassia nodosa. Family—Leguminaceae.

কেচিয়া নোদ'ছা। বৰ্গ—লেগুমিনেছি।

এবিধ মজলীয়া আকাৰৰ বিতোপন গছ। যৌগিক পাতৰ সুষম পাতবোৰ বিপৰীত মুখী হয়। বাকলিৰ বৰণ মদৰুৱা বা ছাইবৰণীয়া হয়। ফুল লমালমে ফুলে। ফুলৰ বৰণ গুলপীয়া হয়। শোভাবৰ্দ্ধনৰ বাবে মানুহে এই বিধ গছ পদূলি মুখত বা আলি বাটৰ কাষত লগাই দিয়ে।

**(১১৪) মৰলীয়া (Morolia)**

Macaranga denticulata. Family—Euphorbiaceae.

মেকাৰাঙ্গা ডেণ্টিকুলেটা। বৰ্গ—ইউফৰবিয়েছি।

ডুগিং (মিছিং) মাদ্‌লা (মেচ) বল আজাক (আছিক)

এবিধ মজলীয়া আকাৰৰ সদা-সেউজীয়া গছ। হাবিতলীয়া দ চানেকীয়া ঠাইত ইয়াৰ উৎপত্তি বেছি হয়। গা-গছৰ আৰু ডালৰ বাকলি বোৰে ছাই বৰণীয়া ৰূপ ধাৰণ কৰে। বাকলিৰ

উপৰিভাগত অথালি পথালিকৈ কটা চিন থাকে। পাত ধপলা-ধপল হয়। পাতৰ ওপৰ পিঠি সেউজীয়া আৰু তলৰ পিঠি সামান্য ভাৱে বগা হয়। খৰি আৰু গোজপুলি আদি কামত খটোৱাৰ বাহিৰে ইয়াৰ কাঠ অন্য কোনো কামত নাখাটে।

(১১৫) মহানিম (Mohaneem)
Azadiracta indica. Family—Meliaceae.
আজাদিৰাক্টা ইন্দিকা। বৰ্গ—মেলিয়েছি।

এবিধ ঔষধ জাতীয় বনৰীয়া গছ। মানুহে বাৰীতো লগায়। ছাই বৰণীয়া বাকলিৰ উপৰিভাগ খহটা হয়। কেৰাখিলাও সৰু সৰু শাখাপাত লগ লাগি একোখিলা মূল যৌগিক পাতৰ সৃষ্টি হয়। ফুলৰ বৰণ বগা চানেকীয়া। চুপহি আৰু পাহি পাঁচ পতীয়া হয়। পুংকেশৰৰ বেণু গৰ্ভ-কেশৰৰ নলীৰ ভিতৰত সোমাই থাকে। ইয়াৰ পাতবোৰ মানুহে ভাঁজি খায়। আই সকল দেখা দিলে ৰোগীৰ গাৰুৰ তলত ইয়াৰ কেই কোছা মান পাত ৰাখি নিৰাময়ৰ ব্যৱস্থা কৰে।

(১১৬) মহুৱা (Mohua)
Mallotus philippinensis. Family—Euphorbiaceae.
মেলোটাচ্ ফিলিপাইনেঞ্চিচ্। বৰ্গ—ইউফৰবিয়েছি।
আৰ্ নাক্ আৰং (কাৰ্বি) চিন্দুৰ (বড়ো) বল্ খিং খাং (আছিক) দিয়েং চান্ দন্ (খাচিয়া)

এবিধ সৰু আকাৰৰ সদা-সেউজীয়া গছ। বাকলিৰ বৰণ ক'লা চানেকীয়াকৈ মুগা হয়। তাৰ উপৰিভাগত দীঘল দীঘল আঁচ থাকে। বাকলি কাটিলে ভিতৰ ভাগ ৰঙা দেখি। পাত বিলাকে গুৰি বহল আৰু সামান্য ভাৱে আগজোঙা ৰূপ ধাৰণ কৰে। পাতৰ স্থাপন পদ্ধতি বিপৰীত মুখী হয়। স্পৰ্শ কৰিলে খহটা খহটা লাগে। ফুলৰ বৰণ ৰঙচীয়া। থোপা থোপে লাগে। গুটিৰ বৰণ ক'লা। এই



ফুলস পৰা কাপোৰত ৰং দিয়া উপাদান বাহিৰ কৰিব পাৰি।

(১১৭) মাইফাক (Maiphak)
Evodia meliaefolia. Family—Rutaceae.
ইভদিয়া মেলিফলিয়া। বৰ্গ—ৰুটেছি।
থেং হাং জান্ (কাৰ্বি) বৰা আছিং (মিছিং) দিয়েং চি-ইং দিয়েং-চহ-উং-খুং (খাচিয়া)

এবিধ অলপ ডাঙৰ আকাৰৰ গছ। বাকলিৰ উপৰিভাগ নিমজ হলেও তাৰ ওপৰত কিছুমান সৰু সৰু আকাৰৰ খহুৰ নিচিনা দাগ থাকে। বাকলিৰ ভিতৰৰ ৰং অলপ হালধীয়া হয়। বাকলিখন কাটি দিয়াৰ কিছু সময়ৰ পাছত সেই ৰং ৰঙচুৱালৈ পৰিবৰ্তন হয়। যৌগিক পাতৰ শাখা পাত বিলাক দুখিলা দুখিলাকৈ বিপৰীতমুখী ভাৱে সজোৱা থাকে। ঠাৰিৰ আগভাগত এখিলা অলপ সৰু আকাৰৰ পাত অকলশৰীয়া ভাৱে উৎপত্তি হয়। ফুলৰ আকাৰ সৰু হয় আৰু পুষ্পগুচ্ছ থোপা থোপে ফুলে। ফলৰ ভিতৰত হোৱা গুটিবোৰ বৰণত ক'লা হয়। এইবিধ কাঠ তাত শালৰ সৰঞ্জাম আদি তৈয়াৰ কৰা কামত ব্যৱহাৰ কৰা হয়।

(১১৮) মাকই (Mekai)
Shorea assamica. Family—Dipterocarpeceae
চ'ৰিয়া আচামিকা। বৰ্গ—ডিপ্টেৰোকাৰ্পেছি।

এবিধ ডাঙৰ আকাৰৰ সদা-সেউজী গছ। উজনি অসমৰ বৰষুণ প্ৰধান বনাঞ্চল বিলাকত ইয়াৰ উৎপত্তি স্বাভাৱিকতে হোৱা দেখা যায়। হোলোং, শলখ, নাহৰ আদি মূল্যবান গছে প্ৰাধান্য লাভ কৰা চিৰ-সেউজীয়া হাবি বননি বিলাকত এই বিধ মূল্যবান গছৰ উৎপন্ন হোৱা পৰিলক্ষিত হয়। তৰপীয়া কাঠ, ৰেলৰ শায়ীকাঠ আদি প্ৰস্তুত কৰা কামত ইয়াক ব্যৱহাৰ কৰা হয়।

(১১৯) মেকাহী (Mckahi)

Phoebe paniculata. Family—Lauraceae.

ফিবি পেনিকুলেটা । বৰ্গ—লৰেছি ।

এবিধ অলপ ডাঙৰ আকাৰৰ সদা-সেউজী গছ । বাকলিৰ ৰং ছাই বৰণীয়া আৰু এই বাকলিৰ উপবিভাগ ফাটি ছিটি থকা দেখা যায় । বাকলিৰ ভিতৰ ভাগত দাৱে ঘাপ মাৰি দিলে তাত মাখন বৰণৰ বিকাশ সাধন হোৱাটো প্ৰথমতে দৃষ্টি গোচৰ হলেও অলপ সময়ৰ পাছতে সেই ৰং পৰিবৰ্ত্তন হৈ লাহে লাহে মুগা হবলৈ আৰম্ভ কৰে । পাতবোৰ দীঘল চানেকীয়া আগজোঙা আৰু গুৰি বহল হয় । ফুলবোৰ আকাৰত সৰু আৰু বৰণত মুগা হয় । উৎপাদিত কাঠ ফালি বেলৰ স্লিপাৰ আদি তৈয়াৰ কৰা হয় ।

(১২০) মেগ্‌নোলিয়া (Magnolia)

Magnolia grandiflora. Family—Magnoliaceae.

মেগ্‌নোলিয়া গ্ৰেন্দিফ্লুৰা । বৰ্গ—মেগ্‌নোলিয়েছি ।

এবিধ মজলীয়া আকাৰৰ পাহাৰী গছ । আজিকালি অসমৰ ভৈয়াম অঞ্চলতো আলঙ্কাৰিক গছ ৰূপে ইয়াক মানুহে বাৰীত লগায় । পাতবোৰ কঠাল পাতৰ নিচিনা । ওপৰ পিঠি সেউজীয়াকৈ মিহি আৰু তলৰ পিঠি ৰঙচুৱাকৈ মুগা হয় । ফুলবোৰে পদুম ফুলৰ আকাৰ ধাৰণ কৰে । শোভাবৰ্দ্ধন কাৰী গছ হিচাপে মানুহে ইয়াক অতি আগ্ৰহেৰে বাৰীত ৰোপণ কৰে ।

(১২১) মিৰটেঙা (Mirtenga)

Bursera serrata. Family—Burseraceae.

বুৰচেৰা চেৰেটা । বৰ্গ—বুৰচেৰাছি ।

কিহিয়ান থৰ আৰং, কিছে জাং থৰ (কাৰ্বি)

দিয়েং চহ মিব (খাচিয়া) তিৰাক্ৰিং (আহিক)



এবিধ মজলীয়া আকাৰৰ গছ । বাকলিৰ ৰং ছাইবৰণীয়া । বাকলিৰ উপবিভাগ চেকুৰা চেকুৰাকৈ ফাটি থাকে । দাৱে বাকলিত ঘা লগাই দিলে ভিতৰখন ৰঙচুৱা দেখি । লাহে লাহে এই ৰং মুগালৈ পৰিবৰ্তন হয় । পাত বিলাক দীঘল পহীয়া হয় আৰু মূল ঠাৰি ডালৰ দুয়ো কাষে শাখা পাত বিলাক জখলা-খপীয়াকৈ সজোৱা থাকে । শাখা পাতৰ সংখ্যা পাঁচৰ পৰা আৰম্ভ কৰি দহ এঘাৰ খিলা পৰ্য্যন্ত হোৱা দেখিবলৈ পোৱা যায় । পাতবোৰ মিহি কাষৰীয়া আৰু ডিম্বাকৃতিকৈ দীঘলীয়া হয় । এইবিধ গছৰ ফল মানুহে খায় । উৎপাদিত কাঠৰ মানদণ্ড উন্নত পৰ্যায়ৰ বুলি কব নোৱাৰি ।

(১২২) মেজাঙ্কৰি (Mezankori)

Litsaoea citra. Family—Lauraceae.

লিট্‌চিয়া চাইট্ৰা । বৰ্গ—লৰেছি ।

সৰু আকাৰৰ বনৰীয়া গছ । খৰালি কালত একে সময়তে গছ জোপাৰ গোটেইবোৰ পাত সৰি যায় । বাকলি পাতলীয়া আৰু সামান্য ভাৱে বৰণত সেউজীয়া । দীঘলীয়া পাতৰ আগ ভাগ জোঙা আৰু গুৰিৰ ভাগ ঘূৰণীয়া হয় । পাত পলুৱে ইয়াৰ পাত খায় ।

(১২৩) নগাটেঙা (Nogatenga)

Rhus semialata. Family—Anarcardiaceae.

ৰাছ্‌ চেমিআলাটা । বৰ্গ—আনাকাৰ্ডিয়েছি ।

খেত্‌মা (আহিক) দিয়েং-চহ্‌-মা (খাচিয়া)

এবিধ সৰু আকাৰৰ খৰালি পাত সৰা গছ । বাকলিৰ বৰণ মদ-ৰুৱা বা ছাই-বৰণীয়া হয় । তাৰ উপৰি ভাগত খহলা-খহলি দাগৰ উৎপত্তি হয় । যৌগিক পাতৰ আকাৰ দীঘলীয়া । শাখা পাতবোৰ বিপৰীত মুখী ভাৱে যোৰা যোৰা পাতি থাকে । পাতৰ

তলৰ সিঠি মিহি আৰু ওপৰ পিঠত সামান্য নোমৰ আভাস পৰিলক্ষিত হয়।

এইবিধ গছৰ পৰা যিবিলাক ফলৰ উৎপত্তি হয় সেই ফল বিলাক আকাৰত গোল হয়। কোমল ফলৰ উপৰিভাগ কঠাল বা লিচুৰ উপৰিভাগৰ দৰে খহলা-খুহলি হয়। এই ফল খাবলৈ টেঙা টেঙা লাগে। মানুহে আচাৰ কৰিও খায়।

(১২৪) নুনি (Nuni)

Morus indica. Family—Moraceae.

মোৰাছ্ ইন্দিকা। বৰ্গ—মোৰেছি।

পিছ্কুৰি(কামৰূপ) বম্ ফাং ৰাখেপ্ (মেচ) চহ্লং দেই মুৰ(খাচিয়া)

এবিধ সৰু আকাৰৰ খৰালি পাত সৰা গছ। বাকলিৰ বৰণ ক'লা চানেকীয়া হয়। কাটি দিলে ভিতৰ খন বগা যেন দেখি। তাৰ পৰা এক প্ৰকাৰৰ গাখীৰ যেন বগা পদাৰ্থ বাহিৰ হয়। পাতৰ আকাৰ দীঘলীয়া আৰু এই পাতৰ দুয়ো কাষৰ পৰা আঙুলি পহীয়া লতিকাৰ বিকাশ সাধন হয়। ফুল থোপা-থোপে ফুলে। ফল বিলাক পিপলি পাণৰ ফলৰ দৰে দীঘলীয়া হয়। পকিলে লেহুকা ফলবোৰ খাবলৈ মিঠা লাগে। এই বিধ গছৰ পাত পাট-পলুক খুওৱা হয়।

(১২৫) ৰবৰ (Rubber tree)

Havea bengalensis. Family—Euphorbiaceae.

হেভিয়া বেঙ্গলেঞ্চিচ্। বৰ্গ—ইউফৰবিয়েছি।

এবিধ অলপ ডাঙৰ আকাৰৰ সদা-সেউজ গছ। গা গছ মিহিকৈ ছাই বৰণীয়া হয়। যৌগিক পাতবোৰৰ গঠন প্ৰণালী তিনি পতীয়া হয়। পাতৰ কিনাৰত কোনো প্ৰকাৰৰ খাঁজ কটা চিন নাথাকে। ফলবোৰ লমা লমে ধৰে। সেই ফলৰ ভিতৰত ফুটুকা-ফুটুকী গুটি ধৰে।

এইবিধ গছক আমাৰ দেশৰ থলুৱা গছ বুলি কব নোৱাৰি।



ভূমি সংৰক্ষণ বিভাগে বাগান আকাৰে ইয়াৰ খেতি কৰিবলৈ ধৰিছে। পাহাৰী ঠাইৰ মাটি-পানী ইয়াৰ উপযুক্ত। সেইবোৰ ঠাইত সংশ্লিষ্ট বিভাগে ৰোপণ কৰা গছৰ পুলি লহ পহকৈ বাঢ়িছে।

(১২৬) লালি (Lali)

Dysoxylum procerum. Family—Meliaceae.

ডাইচোজাইলম্ প্ৰচেৰম্। বৰ্গ—মেলিয়েছি।

গালিং লিবৰ (মিছিং) খুাং (কাৰ্বি) পাতামাৰি (মেচ) বল্ল চাখাত (আছিক)

এবিধ অলপ ডাঙৰ আকাৰৰ বননীয়া গছ। মধ্য বয়স পৰ্যন্ত গছ জোপাৰ বাকলিয়ে মিহিৰূপ ধাৰণ কৰিলেও কালক্ৰমত এই বাকলিৰ উপৰিভাগত চকলা চকল দাগৰ উৎপত্তি হবলৈ আৰম্ভ কৰে। দা কটাৰিৰে ঘা লগাই দিলে বাকলিৰ ভিতৰৰপৰা আঠাৰ নিচিনা ৰস ওলায়। যৌগিক পাতৰ শাখা পাতবোৰে কেতিয়াবা জখলা পতীয়া বা ক্ষেত্ৰ বিশেষে ওলোটা ওভোটা ৰূপ ধাৰণ কৰে। হালধীয়া বৰণৰ ফুলবোৰ অলপ সুগন্ধী হয়।

এইবিধ গছৰপৰা উৎপত্তি হোৱা কাঠ ফালি তক্তা, বাতাম তৈয়াৰ কৰিব পাৰি। ৰেলৰ শ্লিপাৰ হিচাপেও ইয়াৰ কাঠ কামত লগোৱা হয়।

(১২৭) লেটেকু (Leteku)

Baccaurea sapida. Family—Euphorbiaceae

বেককৰিয়া চেপিদা। বৰ্গ - ইউফৰবিয়েছি।

ডাম্ পিউ আৰং (কাৰ্বি) লেৰখু (বড়ো) তজাই (ৰাভা) দিয়েং চহ্ৰাম (খাচিয়া) ডজুকা (আছিক) বুৰী আয় (মিছিং)

এবিধ সৰু আকাৰৰ ঘনৰীয়া গছ। কোনো কোনো মানুহে দুই এজোপা গছ বাৰীতো লগায়। বাকলিৰ বৰণ ক'লা চানেকীয়াকৈ মুগা হয়। এই বাকলিত কিছুমান ফুটুকা-ফুটুকী দাগৰ উৎপত্তি

হয়। তদুপৰি এই বাকলিখন বখলা-বখলে ফাটি ছিটি থকা দেখি। বাকলিৰ ভিতৰ হালধীয়া আৰু ভিতৰৰ কাঠ মাখন বৰণীয়া হয়। পাতৰ আকাৰ গুৰিৰফালে বহল আৰু আগৰ ফালে জোঙা হয়। ফুল থোপা থোপে ফুলে। ফলৰ বাকলিখন অলপ মঙহালকৈ ডাঠ হয়। বাকলিৰ ভিতৰত ফুটা ফুটা আকাৰে গুটি ধৰে। গুটিৰ উপৰিভাগত উৎপন্ন হোৱা মঙহাল পদাৰ্থখিনি খাবলৈ অলপ অলপ মিঠা লাগে।

**(১২৮) শাল (Sal)**

**Shorea robusta. Family—Dipterocarpeceae**

চৰিয়া ৰোবাষ্টা। বৰ্গ—ডিপ্‌টেৰোকাৰ্পেছি।

চাল (বড়ো) হাই চাৰং (কাৰ্বি) পানচান (ৰাভা) বল্‌চাল্‌ (আছিক)

এবিধ ডাঙৰ আকাৰৰ পোলোঙা পোলোঙ গছ। এইবিধ গছৰ উৎপত্তি ডৰা ডৰাকৈ হোৱা দেখা যায়। বাকলিৰ বৰণ মুগা চানেকীয়া। বাকলিৰ উপৰিভাগত দীঘলীয়া দীঘলীয়া ফাট মেলে। পাতৰ আকাৰ অলপ দীঘলীয়াকৈ ডিম্বাকৃতি হয়। ফাগুণ চ'ত মাহত গছজোপাৰ আটাইবোৰ পাত একে সময়তে সৰি লঠঙা হয়। জেঠ আহাৰত কঁহিপাত মেলে আৰু লগে লগে থোকা থোকে ফুল ফুলে।

শাল গছৰ কাঠ অতি মূল্যবান। ঘৰ সজা, দলং বনোৱা আদি যাৱতীয় কামত এই কাঠৰ ব্যৱহাৰ অপৰিহাৰ্য।

**(১২৯) শিমলু (Simalu)**

**Bombax malabaricum. Synonym-Salmelia malabarica**

**Family—Malvaceae**

বম্বাক্স্‌ মালাবাৰিকম্‌। বিকল্পে চালমালিয়া মালাবাৰিকা।

বৰ্গ— মাল্‌ভেছি।

গুমবি্‌ (বড়ো), পানচুপান (ৰাভা) চিংগি (মিছিং)



জাৰকালি পাত সৰি লঠঙা হোৱা এবিধ প্ৰকাণ্ড আকাৰৰ গছ। গা-গছৰ বাকলিৰ বৰণ মদকুৱা। পুলি গছত ভোটা আকাৰৰ কাঁইটৰ উৎপত্তি হয়। ডালবিলাক চক্ৰাকাৰে গঠন হয়। চক্ৰৰ সংখ্যা গণনা কৰি গছজোপাৰ বয়স নিৰ্ণয় কৰিব পাৰি। যৌগিক পাতবোৰৰ গঠন প্ৰণালী আঙুলি-পহীয়াকৈ চাৰিও ফালে ফেৰ মেলি থকা আকৃতিৰ হয়। শাখাপাতৰ আকৃতি দীঘলীয়া আৰু আগজোঙা। ফাগুণ চ'ত মহীয়া অলপ ডাঙৰ আকাৰৰ বিতোপন ফুল ফুলি গোটেই জোপা গছ ৰমক্‌ ঝমক্‌ হৈ পৰে। ফুলৰ বৰণ সাধাৰণতে গুলপীয়া আৰু কোনো কোনো গছৰ ক্ষেত্ৰত মাখন বৰণীয়া হয়। ফলবোৰ দীঘলীয়া হয়। ফলৰ ভিতৰত তুলা আৰু এই তুলাৰ মাজে মাজে গুটি ধৰে। শিমলু তুলা গাৰু, তুলি আদি তৈয়াৰ কৰা কামত ব্যৱহাৰ কৰা হয়।

শিমলু গছৰ কাঠৰ পৰা জুইশলা কাঠি, পেকিং বাকচ আদি তৈয়াৰ হয়।

**(১৩০) শিলিখা (Hilikha)**

**Terminalia chebula. Family—Combretaceae.**

টাৰমিনেলিয়া চেবুলা। বৰ্গ—কম্ব্ৰেটেছি।

হৰিতকী (বঙালী) হাৰা (হিন্দী) চিলিকা (বড়ো) হালায় পান (ৰাভা) আৰিতাক (আছিক)

এবিধ মজলীয়া আকাৰৰ জাৰকালি পাত সৰা গছ। বাকলি ছাই বৰণীয়া। তাৰ ওপৰত দীঘলীয়া দীঘলীয়া লোৰ উৎপত্তি হয়। ভিতৰখন বগা আৰু তাত পীতবৰ্ণৰ আভাস থাকে। দীঘল পাতবোৰৰ বিন্যাস পদ্ধতি সাধাৰণতে বিপৰীতমুখী হয়। ফলবোৰ কৰ্দৈশিৰীয়া হয়। খালে কেঁহা লাগে। ঔষধ প্ৰস্তুত কৰা কামত ব্যৱহাৰ কৰা হয়। কাঠৰ পৰা তক্তা, বাতাম আদি ফালি চকি, মেজ তৈয়াৰ কৰিব পাৰি।

### (১৩১) হিঙৰি (Hingori)

Castonopsis indica. কেষ্টোনপ্‌চিচ্‌ ইন্দিকা।

এবিধ মজলীয়া আকাৰৰ সদা-জেউজী গছ। গা গছৰ বৰণ মুগা চানেকীয়া হয়। পাতৰ আকৃতি গুৰিবহল আৰু আগজোঙা ধৰণৰ হয়। কিনাৰত কৰতৰ দাঁত সদৃশ খাজকটা দাগ থাকে। এইবিধ গছৰপৰা উৎপন্ন হোৱা কাঠ সিমান উন্নত পৰ্যায়ৰ নহলেও কৰতেৰে বাতাম, তক্তাৰ আকাৰত ফালি কামত লগাব পাৰি।

### (১৩২) শিৰীষ (Siris)

Albizzia lebek. Family—Leguminaceae

আলবিজ্জিয়া লেবেক্‌। বৰ্গ—লেগুমিনেছি।

কঠিয়া কৰৈ (অসমীয়া) মবৈ (কাছাৰ) দিয়েং চহৰিণ (খাচিয়া)

এবিধ মজলীয়া আকাৰৰ গছ। গা গছৰ বাকলি ছাই বৰণীয়া হয়। যৌগিক পাতৰ শাখা পাত বোৰে যোৱা যোৰাকৈ বিপৰীত মুখী ৰূপ ধাৰণ কৰে। কাঠৰ পলস অংশ বগা চানেকীয়া আৰু মাজৰ সাৰ ভাগ ক'লা হয়। চাহ গছত ছাঁ প্ৰদান কৰিবৰ বাবে এইবিধ গছ শাৰী পাতি মাজে মাজে লগোৱা হয়। কাঠৰ মান-দণ্ড ওখ-খাপৰ বুলি কব নোৱাৰি।

### (১৩৩) শেৱালী (Sewali)

Nyctanthes arboristis. Family—Oleaceae

নিক্টেন্থেচ্‌ আৰবোৰিষ্টিচ্‌। বৰ্গ—অলিয়েছি।

শেফালিকা (বঙালী) চেপ্পাই পাণ (ৰাভা) পানী পিপ্‌লি (বড়ো)

সৰু আকাৰৰ খৰালি পাতসৰা ফুল জাতীয় গছ। গা গছৰ ৰং মদৰুৱা। ডালৰ গঠন চাৰি শিৰীয়া। পাতবোৰ গুৰি ঘূৰণীয়া আৰু আগজোঙা আকাৰৰ হয়। হালধীয়া ফুলবোৰ গধূলি ফুলিবলৈ আৰম্ভ কৰে আৰু নিশা সৰহভাগ সৰি পৰে। ফুল সুগন্ধী মালা গাঁঠিবলৈ ভাল। ফুলবোৰ খাৰ বনাই খাব পাৰি।



### (১৩৪) সৰল গছ (Pine tree)

Pinus khasia· Synonym- Pinus insignis.

Family—Pinaceae

পাইনচ্‌ খাচিয়া বিকল্পে পাইনচ্‌ ইনচিগ্‌নিচ্‌। বৰ্গ—পাইনেছি।

দিয়েং ছে, দিয়েংকিছি (খাচিয়া) থেংজাংথু (কাৰ্বি)

মেঘালয়ৰ খাচিয়া-পূব, খাচিয়া-পশ্চিম আৰু জয়ন্তীয়া জিলাত যি বিধ সৰল জাতীয় গছ স্বাভাৱিকতে উৎপত্তি হোৱা দেখিবলৈ পোৱা যায় সেইবিধ সৰল গছক খাচিয়া পাইন নামেৰে অভিহিত কৰা হয়। অসমৰ উত্তৰ কাছাৰ জিলা আৰু কাৰ্বি আংলং জিলাতো এইবিধ বিতোপন গছ কৃতকাৰ্যতাৰে লগোৱা হৈছে। ভৈয়ামত ইয়াৰ উৎপত্তি নহয় যদিও আলঙ্কাৰিক গছ ৰূপে দুই এজোপা কোনো কোনোৱে লগাইছে। এইবিধ গছৰ বাকলিখন খহটা আৰু বাকলিৰ উপৰি ভাগত ফটা ছিটা দাগৰ উৎপত্তি পৰিলক্ষিত হয়। পাতবোৰে বেজী সদৃশ দীঘল ৰূপ ধাৰণ কৰে। পাত থোপা থোপে লাগে। ফুলৰ গঠন প্ৰণালী সুকীয়া। একো একোটা কোণৰ (Cone) বেশত পুষ্পগুচ্ছই আত্ম প্ৰকাশ কৰে।

সৰল গছৰ কাঠ মূল্যবান। তক্তা ফালি কিম্বা বাতাম আকাৰে গঢ় দি বহুতো কামত লগাব পাৰি।

### (১৩৫) সোণাৰু (Sonaru)

Cassia fistula. Family—Luguminaceae.

কেচিয়া ফিষ্টোলা। বৰ্গ—লেগুমিনেছি।

চুনালু (বড়ো) চুনেৰু (আছিক) চুনাৰু আৰং (কাৰ্বি)

মজলীয়া আকাৰৰ বিতোপন গছ। শেতা ধৰণৰ ছাই বৰ-বৰণীয়া বাকলিখন প্ৰথমতে মিহি হয়। পূৰঠ গছৰ বাকলিত পথালি পথালি আঁচৰ উৎপত্তি হয়। হালধীয়া বৰণৰ ফুলৰ থোপা বোৰ গছ জোপাৰ ডালবোৰৰ পৰা ওলমি ওলমি থাকিলে গছজোপা

আকৰ্ষণীয় ভাৱে মনোমোহা হৈ পৰে। পাতবোৰ একে লগে সৰে। ঘৰৰ খুটা আদি লগোৱাত ইয়াৰ কাঠ ব্যৱহাৰ কৰা হয়।

(১৩৬) হোঁৱালু (Hoalu)

Litsaea polyantha. Family—Lauraceae.

লিট্ছিয়া পলিয়েন্থা। বৰ্গ—লৰেছি।

মুগা চং আৰু (কাৰ্বি) তাপিত পিৰাৱাৰ আছিং (মিছিং) হাৱাৰা (কাছাৰ) মুগা চং বিফাং (মেচ) বল বেত (আছিক) দিয়েং চহ পই স্কেই (খাছিয়া)

মজলীয়া আকাৰৰ থৰালি পাত সৰি লঠঙা হোৱা গছ। বাকলিৰ ৰং ছাই বৰণীয়া হয়। এই বাকলিৰ উপবিভাগ খহটা। ভিতৰখনৰ বৰণ ৰঙচুৱা। পাত বিলাকে ডিম্বাকৃতি ৰূপ ধাৰণ কৰে। ফুলৰ বৰণ সেউজ বুলীয়াকৈ অলপ ৰঙচুৱা বা হালধীয়া হয়।

চোম গছৰ পাতৰ দৰে এই বিধ গছৰ পাতো মুগা পলুৱে খায়। অস্থায়ী ধৰণৰ কামত লগোৱাৰ বাহিৰে এই বিধ গছৰ কাঠ অন্য কোনো কামৰ বাবে ব্যৱহাৰৰ উপযোগী বুলি বিবেচনা কৰা নহয়।

(১৩৭) হলখ (Hollock)

Terminalia myriocarpa. Family—Combretaceae.

টাৰমিনেলিয়া মিৰিঅ'কাৰ্পা। বৰ্গ—কম্ব্ৰেটেছি।

ছিলক (মিছিং) টাৰটু আৰু (কাৰ্বি) ৰাক্ চেং (আছিক)

এবিধ ডাঙৰ আকাৰৰ সদা সেউজীয়া গছ। গা-গছ আৰু শাখা-প্ৰশাখাৰ বাকলিৰ বৰণ মদৰুৱা হয়। বয়সীয়া পুৰঠ গছৰ বাকলিখন ফাটি ছিটি টুকুৰা-টুকুৰ হৈ থকা দেখা যায়। বাকলিখনৰ ভিতৰৰ অংশ ৰঙচীয়া হয়। আকৃতিত পাতবোৰে অলপ দীঘলীয়াকৈ আগ জোঙা ৰূপ ধাৰণ কৰে। ফুলৰ বৰণ সেউজ বুলীয়াকৈ শুলপীয়া।



এইবিধ গছৰ পৰা উত্তম পৰ্যায়ৰ কাঠ উৎপন্ন হয়। সেই কাঠ ফালি তক্তা, বাতাম আদি তৈয়াৰ কৰিলে নানা কামত লগোৱাৰ উপযুক্ত হয়।

(১৩৮) হিজল (Hijal)

Barringtonia acutangula. Family—Lechithidaceae.

বেৰিংটনিয়া একিউটেঙ্গুলা। বৰ্গ—লেচিথিদেছি।

হিজল (কাছাৰ) ডে, পানী অমৰা, হিজৌল (অসমীয়া) চিং চং আৰু (কাৰ্বি)

পানীৰ তলত ডুব গৈ থকা ঠাইত উৎপন্ন হোৱা এবিধ জোপোহা গছ। বাকলিৰ বৰণ ক'লা চানেকীয়া আৰু এই বাকলিত খলাবমা দাগৰ আভাস থাকে। বাকলিৰ ভিতৰ ভাগ শুলপীয়া হয়। ৰঙছোৱা ফুলবোৰ থোপা থোপে ফুলে। সৰু সৰু ফলবোৰ লমা লমে ধৰে। অন্য ভাল কাঠৰ অভাৱত নাও আদি তৈয়াৰ কৰিবলৈ এইবিধ গছৰ গুবিভাগ কেতিয়াবা কামত লগোৱা হয়।

(১৩৯) হিহাৰু (Hiharu)

Albizzia odoratissima. Family—Laguminaceae.

আলবিজিয়া অ'দৰাটিচিমা। বৰ্গ—লেগুমিনেছি।

হিহাৰু, গুবৈ (অসমীয়া) চাম কৰৈ (কামৰূপ) টুকুট্ আৰু, নাবলং (কাৰ্বি) খেলৰি চিচু (আছিক) দিয়েং চাও (খাছিয়া)

এবিধ ডাঙৰ আকাৰৰ কৰৈ সদৃশ খৰালি পাতসৰা গছ। বাকলিখন ছাই বৰণীয়া বা মদৰুৱা হয়। বাকলিৰ ভিতৰ অংশৰ বৰণ ৰঙচীয়া হয়। যৌগিক পাতৰ শাখা পাতবোৰ বিপৰীত মুখীকৈ যোৱা পাতি গঠিত হয়। সৰু সৰু ফুলবোৰৰ বৰণ শেঁতা হয়। অলপ অলপ গোন্ধায়। ফলবোৰ ছিৰা ছিৰকৈ ধৰে।

এইবিধ গছৰ পৰা উৎপাদন হোৱা কাঠ ফালি ছিৰি নানা কামত লগাব পাৰি ।

(১৪০) হেলচ. (Heloch)
**Antidesma acuminata. Family—Euphorbiaceae.**
এণ্টিদেস্মা একিউমিনেটা । বৰ্গ—ইউফৰবিয়েছি ।
পানী হেলচ., হেল্‌চ. (অসমীয়া) দিয়েং চহ্ লাং ভিও (খাচিয়া)

দ চানেকীয়া ঠাইত উৎপন্ন হোৱা এবিধ জোপোহা গছ । গা গছ আৰু ঠাল ঠেঙুলিৰ বাকলি ছাই বৰণীয়া হুগ্গ । ডালৰ আগবোৰে পাতসহ তলৰ ফালে ওলমি থকাৰ ৰূপ ধাৰণ কৰে । ফুল থোপা থোপে ফুলে । সৰু সৰু ফলবোৰ পকিলে ৰঙা হৈ নিলগৰ পৰা জিলিকি থাকে । বহু দিলে ক'লা পৰে । খাবলৈ টেঙা টেঙা লাগে ।

(১৪১) হোলোং (Hollong)
Dipterocarpus macrocarpus.
Family—Dipterocarpeceae
ডিপ্টেৰোকাৰ্পছ মেক্ৰোকাৰ্পচ । বৰ্গ—ডিপ্টেৰোকাৰ্পেছি

এবিধ প্ৰকাণ্ড আকাৰৰ সদা সেউজ গছ । উজনি অসমৰ বৰ-ষুণ প্ৰধান হাবি বননি বোৰত ইয়াৰ উৎপত্তি বেছি । নাহৰ, শলখ, আদি মূল্যবান গছৰ সহযোগত এইবিধ গছে উচ্চ খাপৰ বনাঞ্চল সৃষ্টি কৰে । গা গছ পোলোঙা হয় । বাকলিৰ বৰণ মদৰুৱা । পাতবোৰ ধপলা ধপল । পাতৰ উপৰিভাগ খহটা । তলৰ পিঠিত বিকশিত হোৱা শিৰা উপশিৰা বোৰ স্পষ্ট ভাৱে দৃষ্টি গোচৰ হয় । হোলোং গছৰ কাঠ অতি মূল্যবান । তৰপা-তৰপী তক্তা (প্লাইউদ.) নিৰ্মাণ কৰাৰ উপৰিও এই জাতীয় গছৰ কুণ্ডাবোৰ ফালি ছিৰি ৰেলৰ চিৰিৰ তলত পাৰি দিয়া শায়ীকাঠ তৈয়াৰ কৰা কামত বিস্তৰ পৰিমাণে ব্যৱহাৰ কৰা হয় ।

# অসমৰ বনজ সম্পদ (স্তন্যপায়ী জন্তুবোৰ)

অসমৰ জীৱ-জন্তু বিলাকৰ ভিতৰত স্তন্যপায়ী জন্তুবিলাকে এখন বিশিষ্ট আসন দখল কৰি আছে । স্তন্যপায়ী জন্তু, পক্ষীকুলৰ প্ৰাণী, সৰীসৃপ, মাছ আৰু নানা প্ৰকাৰৰ কীট-পতঙ্গই এক বিৰাট জীৱ-সমাজৰ সৃষ্টি কৰিছে । শ্ৰেণী, বৰ্গ আৰু প্ৰকাৰ অনুযায়ী এই জীৱ জন্তু বিলাকৰ সংক্ষিপ্ত বৰ্ণনা তলত লিপিবদ্ধ কৰা হ'ল ।

## Class—Mammalia শ্ৰেণী—স্তন্যপায়ী

(১) গঁড় (The Great Indian One-horned Rhinoceros)
Order—Herbivora. Family—Rhinocerocidae
Species—Rhinoceros unicornis.
বৰ্গ—তৃণভোজী । পৰিয়াল—ৰাইনোছেৰোছিদি ।
প্ৰকাৰ—ৰাইনোছেৰছ. ইউনিকৰ্ণিছ ।
চৰক (মিছিং) কিন্দু (কাৰবি) গন্দু (আছিক) গান্দায় (বাডা)

এবিধ বিৰাট আকাৰৰ প্ৰাগ্‌ঐতিহাসিক জানোৱাৰ । ইয়াৰ ছালখন অতি শাত ডাঠ আৰু মেৰুটা মেৰুটিকে ভাঁজ খোৱা হয় । এই ছালখনৰ উপৰিভাগত সেৰেঙা-সেৰেঙকৈ ঠৰঙা নোমৰ আবিৰ্ভাব হয় ।জন্তুটোৰ আকাৰৰ তুলনাত ঠেং কেইখন চুটি হয় । ঠেঙৰ পতাত তিনিটা তিনিটাকৈ খোৱা সদৃশ নখৰ উৎপত্তি হয় । কপালত শিঙৰ সলনি একোটাকৈ খৰ্গ থাকে । এই খৰ্গত ঔষধ জাতীয় পদাৰ্থ থাকে বুলি বহুতে ধাৰণা কৰে ।

(২) হাতী (Elephant)
Order—Herbivora. Family—Elephantidae
Species—Elephas maximus.

বৰ্গ—তৃণভোজী। পৰিয়াল—এলিফেণ্টিডি
প্ৰকাৰ—এলিফাছ মেক্সিমাছ।
ছিতে (মিছিং) ইংনাৰ (কাৰবি) মংমা (আছিক) হিতী, হ৩ী (বাভা)

এবিধ বিচিত্ৰ আকাৰৰ প্ৰাণী। শুৰ ডালেৰে সৈতে বিবাট আকাৰৰ জন্তুটো মৰম লগাকৈ আকৰ্ষণীয় হয়। কিছুমান মতা হাতীৰ বাহিৰলৈ ওলাই অহা দীঘল দীঘল দুটা দাঁত থাকে। দাঁত থকা হাতীক দঁতাল, দন্তহীন হাতীক মখনা আৰু এদঁতীয়া হাতীক গনেশ বুলি কোৱা হয়। মাইকী হাতীৰ বাহিৰলৈ ওলোৱা দাঁত নাথাকে।

(৩) ঢেঁকীয়া পতীয়া বাঘ (The Royal Bengal tiger)
Order—Carnivora. Family—Felidae.
Species—Panthera tigris.
বৰ্গ—মাংসাহাৰী। পৰিয়াল—ফেলিদি।
প্ৰকাৰ—পান্থেৰা টাইগ্ৰিছ।
তুময়ত (মিছিং) মাতছা (আছিক) তেকে (কাৰ্বি) মাছা (বাভা)

প্ৰকাণ্ড আকাৰৰ মাংসাহাৰী জন্তু। মহা পৰাক্ৰমী হিংসাকুৰীয়া জানোৱাৰ হোৱাৰ বাবে মানুহে ইয়াক বনৰজা বুলিও কয়। হালধীয়া বৰণৰ নোম থকা জন্তুটোৰ গাত ঢেকীয়া গছৰ পাতৰ নিচিনা পট্টি থাকে। হাবিত বাস কৰা তৃণভোজী জন্তুবোৰ ই ধৰি ধৰি খায়। কেতিয়াবা ঘৰচীয়া জন্তুকো আক্ৰমণ কৰি বধ কৰে।

(৪) নাহৰ ফুটুকী বাঘ (Leopard or Panther)
Order—Carnivora. Family—Felidae.
Species—Panthera pardus.
বৰ্গ—মাংসাহাৰী। পৰিয়াল—ফেলিদি
প্ৰকাৰ—পান্থেৰা পাৰ্দচ।
তুমঞ্জ (মিছিং) বাক্ল ই (কাৰবি) মাতছা পেং (আছিক) বেদাচাৰা (বাভা)।



আকাৰত ঢেঁকীয়াপতীয় বাঘতকৈ সৰু হয়। গাৰ নোমত ফুটুকা-ফুটুকী দাগ থাকে। জোপ লৈ চিকাৰৰ জন্তু ধৰে। এই বিধ বাঘেও ঘৰচীয়া জন্তু আক্ৰমণ কৰে।

(৫) গোধা ফুটুকী বাঘ (Clouded Leopard)
Order—Carnivora. Family—Felidae.
Species—Neofelis nebulosa.
বৰ্গ—মাংসাহাৰী। পৰিয়াল—ফেলিদি
প্ৰজাতি—নিউফেলিচ নেবুলোছা

হাবিত বাস কৰা আৰু গছৰ ডালে পাতে বগাই ফুৰা এবিধ মেকুৰী গোষ্ঠীৰ প্ৰাণী। ইয়াক কোনো কোনোৱে "লতা মাকৰি বাঘ"ৰ আখ্যা দিয়ে। জন্তুটো দীঘলীয়া আৰু গাত থকা দাগবোৰ চকলা চকল হয়। চিকাৰৰ জন্তু ধৰিবৰ বাবে ই সাধাৰণতে ৰাতি ওলাহিৰ হয়।

(৬) সোণোৱালী মেকুৰী (Goiden Cat)
Order—Carnivora. Family—Felidae.
Species—Felis temmincki
বৰ্গ—মাংসাহাৰী। পৰিয়াল—ফেলিদি
প্ৰজাতি—ফেলিচ টেমিঙ্কি

এবিধ ডাঙৰ আকাৰৰ বনৰীয়া মেকুৰী। সাধাৰণতে দেহৰ উপৰি ভাগত উৎপন্ন হোৱা লোমৰ বৰণ সোণোৱালী হয়। জন্তু বিশেষে ক'লা বৰণীয়া মেকুৰীও দেখিবলৈ পোৱা যায়। হাবিত বাসকৰা নানা বিধৰ সৰুসুৰা জানোৱাৰ আৰু পক্ষীকুলৰ প্ৰাণী ই ধৰি খায়।

(৭) লতা ফুটুকী মেকুৰী (Leopard Cat)
Order—Carnivora. Family—Felidae
Species—Felis bengalensis.

বৰ্গ—মাংসাহাৰী । পৰিয়াল—ফেলিদি ।
প্ৰজাতি—ফেলিচ্ বেঙ্গোলেঞ্চিছ । তেকে থেংবাত (কাৰবি)

নাহৰ ফুটুকী বাঘৰ দৰে গাত ফুটুকা-ফুটুকী দাগ থকা এবিধ বনৰীয়া মেকুৰী । নিশাচৰ প্ৰাণী । সৰু সুৰা জন্তু আৰু চৰাই ধৰি ধৰি খাই জীৱন ধাৰণ কৰে ।

**(৮) বন মেকুৰী (Jungle Cat) হেপা**

Order—Carnivora. Family—Felidae.
Species—Felis chaus.
বৰ্গ—মাংসাহাৰী । পৰিয়াল—ফেলিদি ।
প্ৰজাতি—ফেলিচ্ চাৱছ্

এবিধ বনৰীয়া মেকুৰী । জন বসতিৰ আশে পাশে থকা মুকলি-মুৰীয়া হাবি বননিত বাস কৰে । গধুলি পৰত আয়াও আয়াও শব্দ উচ্চাৰণ কৰি চিকাৰত বাহিৰ হয় । সৰু সুৰা জন্তু আৰু চৰাই ধৰি ধৰি খায় । ঘৰচীয়া হাঁহ কুকুৰা ধৰিও খায় ।

**(৯) শিয়াল (Jackal)**

Order—Carnivora. Family—Canidae.
Species—Canis aureus.
বৰ্গ—মাংসাহাৰী । পৰিয়াল—কেনিডি ।
প্ৰজাতি—কেনিচ আওৰচ্ ।
মেন্ চাৰুং (মিছিং) কেথয় (কাৰবি) টামানা (বাডো)

কুকুৰ গোষ্ঠীৰ অন্যতম বনৰীয়া জন্তু । সমস্ত দেহত উৎপন্ন হোৱা নোমবোৰৰ বৰণ মুগা চানেকীয়া হয় । এইবিধ বিচিত্ৰ প্ৰাণী জনবসতিৰ ওচৰে পাজৰে থকা পাতলীয়া হাবি বননিত বাস কৰে । মাজে মাজে এইবিধ প্ৰাণীয়ে সমস্বৰে উচ্চাৰণ কৰা "হোৱা হোৱা" শব্দ শুনিবলৈ পোৱা যায় । বনৰীয়া জীৱ জন্তু



ধৰি ধৰি খোৱাৰ উপৰিও ইহঁতে ঘৰচীয়া হাঁহ কুকুৰাৰ অনিষ্ট সাধন কৰে । মৰা জন্তুৰ গেলা পচা মাংস খাই এইবিধ প্ৰাণীয়ে মানৱ জাতিৰ উপকাৰ কৰে ।

**(১০) বাম শিয়াল বা খেক শিয়াল (Indian Fox)**

Order—Carnivora. Family—Canidae.
Species—Vulpes bengalensis.
বৰ্গ—মাংসাহাৰী । পৰিয়াল—কেনিডি ।
প্ৰজাতি—ভলপেছ্ বেঙ্গালেঞ্চিছ্ ।

সৰু আকাৰৰ শিয়াল জাতীয় প্ৰাণী । নামনি অসমত এই বিধ প্ৰাণীৰ উৎপত্তি পৰিলক্ষিত হয় । বৰণত মুগা চানেকীয়া । অতি বেগত দৌৰ দি যাব পাৰে । গাঁত খান্দি মাটিৰ তলত বাস কৰে । কীট-পতঙ্গ আৰু সৰু সুৰা প্ৰাণী ধৰি ধৰি খায় ।

**(১১) বাং কুকুৰ (Dhole or Indian Wild dog)**

Order—Carnivora. Family—Canidae.
Species—Cuon alpinus.
বৰ্গ—মাংসাহাৰী । পৰিয়াল—কেনিডি ।
প্ৰজাতি—কুৱন্ আল্পাইনচ্ ।

বাং কুকুৰ হাবিত থাকে । বৰণত ৰঙচুৱা হয় । কেবাটাও কুকুৰ লগ লাগি এটা পৰিয়াল বা জাকৰ সৃষ্টি হয় । আগা-পিছাকৈ থাকি ইহঁতে চিকাৰৰ জন্তু খেদি খেদি লেবেজান কৰি অৱশেষত তাক মৃত্যুৰ মুখলৈ ঠেলি দিয়ে ।

**(১২) মাটি ভালুক (Sloth Bear)**

Order—Carnivora. Family—Ursidae.
Species—Melursus ursinus.
বৰ্গ—মাংসাহাৰী । পৰিয়াল—আৰছিদি ।
প্ৰজাতি—মেলোৰচাছ আৰছিনছ ।

চিটুংম (মিছিং) থক্ৰাম (কাৰবি) মদ্য (ৰাভা)

এবিধ দীঘল দীঘল নোম ধাৰণ কৰা ভালুক পৰিয়ালৰ প্ৰাণী। গছৰ ফল-মূল আৰু কীট পতঙ্গ আদি খাই সাধাৰণতে জীৱন ধাৰণ কৰে। মাখি মৌ আৰু বৰ মৌৰ চাক ভাঙি মৌজোল আৰু মৌচাক খোৱাত ই বিশেষ পাৰদৰ্শিতা প্ৰদৰ্শন কৰে। ভালুক নচোৱা মানুহে ইয়াৰ নাচ দেখুৱাই ধন ঘটে। এইবিধ ভালুকেও গছত উঠিব পাৰে।

(১৩) গছ ভালুক (Himalayan Black Bear)
Order—Carnivora. Family—Ursidae.
Species—Selenarctos thibetanus.
বৰ্গ—মাংসাহাৰী। পৰিয়াল—আৰ্ছিদি।
প্ৰজাতি—চেলেনাৰ্কটছ থিবেটানছ। থকৰাম (কাৰবি)

এইবিধ ভালুক জাতীয় প্ৰাণীৰ গাত গজা নোমবোৰ তুলনামূলক ভাবে চুটি আৰু বৰণত ক'লা হয়। ফলমূল কীট-পতঙ্গ আদি ভক্ষণ কৰি জীৱন ধাৰণ কৰে। ভেড়া, ছাগলি আদি ঘৰচীয়া জন্তুবো ই হানি বিঘিনি ঘটায়। গছৰ ডালত বগোৱা বিষয়ত ই বিশেষ ব্যুৎপত্তি লাভ কৰা পৰিলক্ষিত হয়। মৌৰ বাহ ভাঙি মৌচাক খাবলৈ ভাল পায়। ইয়াৰ বুকুত ইংৰাজী ভাষাৰ ভি আখৰৰ নিচিনা এটা বগা দাগৰ উৎপত্তি হয়।

(১৪) মালয় ভালুক (Malayan-Sun-Bear)
Order—Carnivora. Family—Ursidae.
Species—Helarctos malayanus.
বৰ্গ—মাংসাহাৰী। পৰিয়াল—আৰ্ছিদি।
প্ৰজাতি—হেলাৰ্কটচ মালায়ানচ।

এইবিধ ভালুক গছ ভালুক নামেৰে জনাজাত প্ৰাণীতকৈ আকাৰত অলপ সৰু হয়। পাহাৰী অঞ্চলত ইয়াক মাজে সময়ে লগ পাবলৈ



আশা কৰিব পাৰি। বৰণত অলপ মুগা চানেকীয়া হোৱা দেখা যায়। ডিঙিত শেঁতাকৈ বগা বৰণীয়া দাগ থাকে। খোৱা বোৱা বিষয়ত গছ ভালুকৰ চৰিত্ৰ প্ৰদৰ্শন কৰে।

(১৫) জহামাল (Large Indian Civet)
Order—Carnivora. Family—Viverridae.
Species—Viverra zibetha.
বৰ্গ—মাংসাহাৰী। পৰিয়াল—ভাইভেৰিডি।
প্ৰজাতি—ভাইভেৰা জাইবেথা।
মাতশ্ৰ৹ (আছিক)

চিভেট কেট গোষ্ঠীৰ প্ৰাণীবোৰৰ ভিতৰত জহামাল আকাৰত আটাইতকৈ ডাঙৰ। ইয়াৰ গাত দীঘল দীঘল পট্টি থাকে আৰু মুখ খনৰ আকৃতি অকঁৰিকা হয়। হাবিতলীয়া ঠাইত মাজে সময়ে পুৱা-গধূলি এইবিধ প্ৰাণীৰ দুই এটাক কেতিয়াবা লগ পোৱা যায়। কীট-পতঙ্গ, ভেকুলী, বেং আদি ইয়াৰ আহাৰৰ ভিতৰত পৰে। ইয়াৰ কটি দেশত থকা মাংস গ্ৰন্থিৰ পৰা এক প্ৰকাৰৰ জহা জহা গোন্ধ বিকিৰণ কৰিব পৰা পদাৰ্থ বাহিৰ হয়।

(১৬) মেচেকা (Small Indian Civet)
Order—Carnivora. Family—Viverridae.
Species—Viverricula indica.
বৰ্গ—মাংসাহাৰী। পৰিয়াল—ভাইভেৰিডি।
প্ৰজাতি—ভাইভেৰিকুলা ইন্দিকা।
মাতশ্ৰ৹ (আছিক)

জহামালতকৈ সৰু আকাৰৰ এবিধ চিভেট কেট গোষ্ঠীৰ প্ৰাণী। ইয়াৰ গাত গজা নোমবোৰৰ বৰণ মুগা চানেকীয়া হয়। তাৰ ওপৰত শাৰী শাৰীকৈ সজোৱা ফুটুকা ফুটুকী দাগৰ বিকাশ

সাধন হয়। কীট পতঙ্গকে আৰম্ভ কৰি সৰু সৰু আকাৰৰ বনৰীয়া জন্তু আৰু চৰাই ধৰি ধৰি খায়। মানুহৰ ঘৰৰ গড়ালত সোমাই হ'াহ কুকুৰাৰ অনিষ্ট ঘটায়।

## (১৭) তাৰিখোৱা জহামাল (Common Palm Civet or Toddy Cat)

Order—Carnivora. Family—Viverridae.
Species—Paradoxurus hermaphroditus.

গছৰ ওপৰত সাধাৰণতে বগোৱা বাই ফুৰা আন এবিধ জহামাল গোষ্ঠীৰ প্ৰাণী। দেহত উৎপন্ন হোৱা নোমবোৰৰ বৰণ ক'লা চানেকীয়া হয়। গছত লগা ফল আদি খোৱাৰ উপৰিও গছত বগোৱা সৰু সুৰা জন্তু আৰু কীট পতঙ্গ ধৰি ধৰি খায়। কিছুমানে মাটিলৈ নামি আহি মানুহৰ ঘৰৰ ক্লাষৰ নৰ্দমা আদিত স্থায়ী ভাৱে বাস কৰিবলৈ লয়।

## (১৮) নেউল (Mongoose)

Order—Carnivora Family—Herpestidae.
Species—Herpestes edwardii.
বৰ্গ—মাংসাহাৰী। পৰিয়াল—হাৰপেষ্টিদি।
প্ৰজাতি—হাৰপেষ্টেছ এডৱাৰদিয়াই।
নেউল (মিছিং) নেউৱাল (ৰাভা)

এবিধ সৰু আকাৰৰ বনৰীয়া জন্তু। গাত উৎপন্ন হোৱা নোমবোৰৰ বৰণ মুগা চানেকীয়া হয়। এৰো একোডাল নোমৰ বৰণত খাপ পতাকৈ ক'লা আৰু বগা বৰণৰ আঙুঠি থকাৰ বাবে জন্তুটোৰ দেহত একপ্ৰকাৰৰ চিক্ মিকনিয়ে বিৰাজ কৰে। ডাঠ হাবি আৰু মুকলি মুৰীয়া পাতল হাবিত ই বাস কৰে। কেতিয়াবা মানুহৰ বাৰীৰ ভিতৰত থাকিবলৈ সুবিধাজনক ঠাই বিচাৰি লয়। ভেকুলী, বেং, কীট-পতঙ্গ আদি ধৰি খায়। ঘৰচীয়া হাঁহ কুকুৰাবো সুবিধা অনুযায়ী ক্ষতিসাধন কৰে।



## (১৯) উদ্ (Otter)

Order—Carnivora. Family—Mustelidae.
Species—Lutra lutra.
বৰ্গ—মাংসাহাৰী। পৰিয়াল—মাছ্টেলিডি। প্ৰজাতি—লুট্ৰা লুট্ৰা।
মাত্ৰাম্ (আছিক) হদা (ৰাভা)

সৰু আকাৰৰ প্ৰাণী। পানীত নামি নামি মাছ ধৰি খোৱাটোৱেই ইয়াৰ জীৱনৰ মুখ্য অৱলম্বন বুলি কব পাৰি। পানীৰ তলে তলে অতি দ্ৰুত বেগত ই বুৰ মাৰি যাব পাৰে। পানীত মাছ ধৰি আনি বামত চোবাই চোবাই খাবলৈ আৰম্ভ কৰে।

## (২০) গেৰেলা (Hog-Badger)

Order—Carnivora. Family—Mustelidae.
Species—Arctonyx collaris.
বৰ্গ—মাংসাহাৰী (সৰ্বভক্ষী)। পৰিয়াল—মাছ্টেলিডি।
প্ৰজাতি—আৰ্কটনিক্স কলাৰিছ।

এবিধ সৰু আকাৰৰ গাহৰি সদৃশ প্ৰাণী। ঠেং চুটি আৰু নাক ভাগ জোঙা হয়। গাত গজা নোমবোৰ মটীয়া হয়।

## (২১) চিকা (Ground Shrew)

Order—Insectivora. Family—Mustelidae
Species—Suncus murinus.
বৰ্গ—পতঙ্গভোজী। পৰিয়াল—মাস্টেলিডি।
প্ৰজাতি—চান্কাচ্ মিউৰিনচ্। চেতন (কাৰ্বি)

এবিধ সৰু আকাৰৰ মাটিত বগাই ফুৰা প্ৰাণী। দেখাত নিগনিৰ নিচিনা দেখি। গধূলি পৰত থকা ঠাইৰপৰা আহাৰ বিচাৰি ওলাই আহে। পৰুৱা আদি ধৰি ধৰি খায়।

## (২২) উত্তনুৰা (Mole)

Order—Insectivora. Species—Talpa micrura

মাটিৰ তলত বাস কৰা এবিধ এন্দুৰৰ নিচিনা প্ৰাণী। এইবিধ প্ৰাণী গাটো দীঘল, ডিঙিটো চুটি আৰু আগঠেঙৰ হাতোৰা শক্তিশালী হয়।

## (২৩) বাদুলি (Bats)

Order—Chiroptera.

দোবাক (আছিক) বাদুৰ, ভাদুলি (ৰাভা)

বাদুলি বিলাক স্তন্যপায়ী জন্তু। দেখাত চৰাইৰ নিচিনা লাগে যদিও প্ৰকৃত পক্ষে বাদুলি গোষ্ঠীৰ প্ৰাণী বিলাক স্তন্যপায়ী জন্তহে। ইহঁতৰ ভিতৰত অন্তৰ্ভুক্ত হৈ থকা কেইবিধ মান প্ৰাণীয়ে ফলমূল খাই জীৱন ধাৰণ কৰে। সেই বিলাক প্ৰাণীক মেগাচিৰপটেৰা (Megchiroptera) নামৰ উপবৰ্গত (Sub-Order) অন্তৰ্ভুক্ত কৰা হয়। দ্বিতীয় উপজাতিৰ বাদুলি বিলাকে কীট পতঙ্গ ভক্ষণ কৰি জীৱন ধাৰণ কৰে। সেই বিলাক বাদুলিক মাইক্ৰোচিৰিপটেৰা (Microchiroptera) নামৰ উপবৰ্গত স্থান দিয়া হয়। অসমত মেগাচিৰপটেৰা আৰু মাইক্ৰোছিৰপটেৰা উপবৰ্গত অন্তৰ্ভুক্ত হৈ থকা কেইবিধ মান বাদুলিক আলাগে আলেগে বাস কৰা দেখা যায়। তাৰে. এবিধক চুঙা বাদুলি আৰু আনবিধক বৰ বাদুলি নামেৰে অভিহিত কৰা হয়।

## (২৪) কেৰ্কেটুৱা (Squirrels)

Order—Rodentia. Family—Sciuridae.

Species—Dremomys lokriah.

বৰ্গ—ৰোডেণ্টিয়া। পৰিয়াল—চিউৰিডি

প্ৰজাতি—ড্ৰেমোমিছ ল'ক্ৰিয়া।

কাবনে (কাৰবি) ক্ৰেৰ্কেউটা, ছেক্ৰা (ৰাভা)

গছৰ ডালে পাতে বগাই ফুৰা এবিধ সৰু আকাৰৰ প্ৰাণী। ইয়াৰ গাত উৎপন্ন হোৱা নোমৰ বং ছাই ৰৰণীয়া হয়। গছৰ



খোন্দ কিম্বা ডালৰ কেৰেপনিত ই বাহ সাজে আৰু তাতেই পোৱালি জগায়। মাজে সময়ে ই কেৰ্‌কেট্‌ কেৰ্‌কেট্‌ শব্দ উচ্চাৰণ কৰে আৰু মানুহ গছ জোপাৰ তললৈ যোৱাৰ উমান পালে খন্তেকৰ বাবে টকলা মাৰি ঠাইতে ৰৈ যায়। তামোল আদি গছৰ ফল তাৰ চোকা দাঁতেৰে কুটি কুটি খাই গিৰিহঁতৰ অনিষ্ট সাধন কৰে।

## (২৫) ডাঙৰ কেৰ্কেটুৱা (Giant Squirrels)

Order—Rodentia. Family—Sciuridae.

Species—Rufa bicolor.

বৰ্গ—ৰোডেণ্টিয়া। পৰিয়াল—চিউৰিডি

প্ৰজাতি—ৰুফা বাইকলৰ।

এবিধ ডাঙৰ আকাৰৰ কেৰ্কেটুৱা। গভীৰ অৰণ্য ভূমি বিলাকত থকা ওখ ওখ গছৰ ডালে পাতে বগাই ফুৰে। দেহত উৎপন্ন হোৱা নোমবোৰৰ বৰণ চকলেটৰ দৰে গভীৰ ৰঙা হয়। পিঠিৰ ওপৰৰ ফালে বিকাশ সাধন হোৱা নোম সোপাৰ বৰণ অৱশ্যে ক'লা হয়। দিন দুপৰত গছৰ ডাল বা ফেৰেঙনিত চেপেটা মাৰি পৰি থাকে। পুৱা ভাগত আৰু আবেলিৰ সময়ত আহাৰৰ সন্ধানত ইফাল সিফাল কৰে। তেতিয়া এইবিধ কেৰ্কেটুৱাই দীঘল সুৰত উচ্চাৰণ কৰা কেৰ্‌কেট্‌ কেৰ্‌কেট্‌ শব্দৰ প্ৰতিধ্বনি নিলগৰ পৰা কাণত পৰে।

## (২৬) ৰামশৰ বা বাংকেপ (Flying Squirrels)

Order—Rodentia. Family—Sciuridae.

Species—Petaurista magnificus.

বৰ্গ—ৰোডেণ্টিয়া। পৰিয়াল—চিউৰিডি

প্ৰজাতি—পেটোৰিষ্টা মেগ্‌নিফিকছ্‌।

মাতৰান (আছিক)

গভীৰ অৰণ্য ভূমিত থকা গছ গছনিৰ ওপৰত বাস কৰি থকা এবিধ অলপ ডাঙৰ আকাৰৰ কেৰ্কেটুৱা জাতীয় বিচিত্ৰ প্ৰাণী। দেহৰ দুয়ো কাষত হালধীয়া বৰণৰ একোডাল পট্টি দীঘলে দীঘলে বিয়পি থাকে। দুয়ো কাষৰ আগ ঠেং আৰু পাছ ঠেং লগ লগোৱা পাৰাছুট সদৃশ একোখন ছাল থাকে। এই ছাল দুখনৰ সহায়ত জন্তুটোৱে শূইনত হেলনীয়া ভাৱে উৰি উৰি যাব পাৰে।

(২৭) নিগনি (Mice)

Order—Rodentia. Family—Muridae.

Species—Mus musculus, Mus booduga.

বৰ্গ—ৰোডেণ্টিয়া। পৰিয়াল—মিউৰিডি।

প্ৰজাতি—মাছ্ মাছ্কুলাছ আৰু মাছ্ বুদুগা।

কাবুং (মিছিং) জু-কিংছ' (কাৰবি) মেংগটছি (আহিক) মচো মচত (ৰাভা)

অসমত কেবাবিধো নিগনি জাতীয় প্ৰাণী ভিন্ ভিন্ পৰিবেশত বাস কৰা দেখিবলৈ পোৱা যায়। তাৰে এবিধক ঘৰত বাস কৰা নিগনি (House mouse—Mus musculus) আৰু পথাৰত থকা বিধক পথাৰত থকা নিগনি (Field mouse—Mus booduga) বুলি কোৱা হয়। দুয়োবিধ নিগনিয়ে মানুহৰ খাদ্য সামগ্ৰীৰ অশেষ ক্ষতি সাধন কৰে।

(২৮) এন্দুৰ (Rats)

Order—Rodentia. Family—Muridae.

Species—Rattus rattus, Bandicota indica

বৰ্গ—ৰোডেণ্টিয়া। পৰিয়াল—মিউৰিডি

প্ৰজাতি—ৰেটছ্ ৰেটছ আৰু বেন্দিকটা ইন্দিকা।

কাবুং (মিছিং) জুহ' (কাৰবি) মেচে (আহিক)

এন্দুৰ গোষ্ঠীৰ প্ৰাণী বিলাক আকাৰত নিগনি বোৰতকৈ



ডাঙৰখিনি ডাঙৰ হয়। আৰু এবিধ এন্দুৰে মানুহৰ ঘৰত থাকিবলৈ লয়। আনবিধে মানুহৰ আশ্ৰয়ত থাকে যদিও ঘৰৰ ভিতৰত বাহ নলৈ নৰ্দমা, নলা আৰু পকী বেৰাৰ কাষে গাঁজৰে গাঁত খান্দি থাকে। এন্দুৰ জাতীয় প্ৰাণীবোৰেও মানুহৰ শস্যাদি নষ্ট কৰে।

(২৯) কেটেলা পহু (Porcupine)

Order—Rodentia. Family—Hystricidae

Species—Hystrix indica (leucora)

বৰ্গ—ৰোডেণ্টিয়া। পৰিয়াল—হিচ্ট্ৰিছিদি।

প্ৰজাতি—হিচট্ৰিক্স ইন্দিকা (লিউকৰা)

জকমি ৰংহম (কাৰবি) বেবুং তালৈ (মিছিং) ফেৎে, ফেটৈক (ৰাভা)

এবিধ মজলীয়া আকাৰৰ দাঁতেৰে খাদ্য কুটি খোৱা প্ৰকৃতিৰ বিচিত্ৰ প্ৰাণী। ইয়াৰ গোটেই গাতে নোমৰ সলনি দীঘল দীঘল শলাৰ নিচিনা কাঁইটৰ উৎপত্তি হয়। এই কাঁইটবোৰ ঠৰঙা কৰি জন্তুটোৱে আত্মৰক্ষা কৰা কামত ব্যৱহাৰ কৰে। শত্ৰু জাতীয় প্ৰাণীক আক্ৰমণ কৰিবৰ বাবে ই কাঁইটবোৰ সজুলি ৰূপে ব্যৱহাৰ কৰে।

(৩০) শহা পহু (Hare)

Order—Lagomorpha. Family—Leporidae

Species—Lepus nigricollis.

বৰ্গ—লাগোমৰ্ফা। পৰিয়াল—লেপৰিডি

প্ৰজাতি—লেপছ্ নাইগ্ৰিকলিছ্। ছাছা (ৰাভা)

এবিধ মুগা বৰণীয়া সৰু আকাৰৰ প্ৰাণী। কাণ দুখন ডাঙৰ আৰু দীঘল হয়। আগঠেং দুখনতকৈ পাছ ঠেং দুখন দীঘল হয়। অসমৰ কোনো কোনো বনভূমিত দলখেৰিয়া বা অসম ৰেবিট নামৰ আন এবিধ দুষ্প্ৰাপ্য শহাপহু বাস কৰে। **Hispid hare** নামৰ এইবিধ শহাৰ বৈজ্ঞানিক নাম হ'ল Caprolagus hispidus.

(৩১) গৌৰ বা মেঠোন (Indian Bison)
Order—Artiodactyla. Family—Bovidae.
Species—Bos gaurus.
বর্গ—আৰ্টিওডেক্টিলা। পৰিয়াল—বভিদি।
প্ৰজাতি—বচ্ গৌৰছ।
চাঈ (কাৰবি) মাত্দি (আছিক)

গৰু জাতীয় অন্যতম্ বনৰীয়া জন্তু। অসমৰ বনাঞ্চল বিলাকত মাজে সময়ে দেখিবলৈ পোৱা যায়। আকাৰ আকৃতিত জন্তুটো কজলা আৰু আগবলী হয়। দেহত উৎপন্ন হোৱা নোমবোৰৰ বৰণ ৰঙচীয়াকৈ মুগা হয়। বয়স ভাটি দিলে জন্তুটোৱে কৃষ্ণবৰ্ণ ধাৰণ কৰে। প্ৰত্যেকখন ঠেঙতে বগা বৰণৰ মোজাৰ নিচিনা দাগ থাকে। সাধাৰণতে গাইগুটীয়া ভাৱে আৰু কেতিয়াবা মাক-পোৱালি সহ একাধিক প্ৰাণীৰ সমাবেশত এইবিধ বিচিত্ৰ প্ৰাণীক হাবিৰ মাজত লগ পাবলৈ আশা কৰিব পাৰি।

(৩২) বনৰীয়া ম'হ (Wild Buffalo)
Order—Artiodactyla Family—Bovidae
Species - Babulus bubalis.
বর্গ—আৰটিওডেক্টিলা। পৰিয়াল—বভিদি
প্ৰজাতি—বাবুলছ্ বুবেলিছ।
চেলং (কাৰবি) মাত্মা বুৰুং (আছিক) আৰণা, আৰনি (হিন্দী)

বনৰীয়া ম'হ অসমৰ কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান আৰু মানাহ অভয়াৰণ্যত বাস কৰা দেখিবলৈ পোৱা যায়। অৱশ্যে অন্যান্য বনাঞ্চল বিলাকৰ কোনো কোনো এলেকাত ইয়াৰ উৎপত্তি পৰিলক্ষিত হয়। দেখাত ঘৰচীয়া ম'হৰ লগত একে হলেও বনৰীয়া ম'হবোৰ নিপোতল আৰু অধিক শক্তিশালী হয়। হাবিত জাকপাতি বাস কৰে। কিছুমান বনৰীয়া ম'হৰ শিং মেলাহি আৰু আন কিছুমানৰ শিং ধেনুভিৰীয়াকৈ ওপৰৰ ফালে ঘূৰ খোৱা হয়। চেপেটা গড়ৰ শিং



যোৱাই ত্ৰিকোণীয়া ৰূপ ধাৰণ কৰে।

(৩৩) ছেৰাও বা দেও ছাগলী (Serow)
Order—Artiodactyla. Family—Bovidae.
Species—Capricornis sumatraensis.
বর্গ—আৰ্টিওডেক্টিলা। পৰিয়াল—বভিদি
প্ৰজাতি—কেপ্ৰিকৰ্নিছ চুমাত্ৰায়েঞ্চিছ।
'য়মুৰা চবেন' (মিচ্ছিং) বী অকছ' (কাৰবি) মাত্বং (আছিক) ছাৰাও (হিন্দী)।

দেও ছাগলী নামেৰে জনাজাত এবিধ ছাগলী গোষ্ঠীৰ বিচিত্ৰ প্ৰাণী অসমৰ পাৰ্ব্বত্য অঞ্চলৰ বনভূমিত বাস কৰা দেখা যায়। দেখাত ছাগলীৰ নিচিনা হলেও আকাৰত ডাঙৰ হয়। ছাগলী আৰু এণ্টেলপ্ এই দুয়োবিধ প্ৰাণীৰ শাৰীৰিক গুণাগুণ আংশিক আংশিক ভাৱে দেওছাগলীৰ গাত বিকশিত হোৱা পৰিলক্ষিত হৈছে। সেই-বাবে ইয়াক ছাগলী-এণ্টেলপ গোষ্ঠীৰ অন্যতম্ প্ৰাণী বুলি গণ্য কৰা হয়।

(৩৪) গড়াল (Goral)
Order—Artiodactyla. Family—Bovidae.
Species—Nemorhadus goral.
বর্গ—আৰ্টিওডেক্টিলা। পৰিয়াল—বভিদি
প্ৰজাতি—নেমোৰহেডছ্ গড়াল।
যমুৰা চবেন্ (মিচ্ছিং)

এইবিধ বন্যপ্ৰাণীক দেওছাগলীৰ অন্যতম্ সংস্কৰণ বুলি গণ্য কৰিব পাৰি। ই পৰ্বতীয়া ঠাইৰ হাবি বননিত নিৰলে বাস কৰে।

(৩৫) বনৰীয়া গাহৰি (Wild Boar)
Order—Artiodactyla. Family—Suidae
Species—Sus scrufa.

বৰ্গ—আৰটিওডেক্টিলা। পৰিয়াল—চুইদি
প্ৰজাতি—চাচ্স্ক্ৰুফা।
বাক্ (বাড়া) চোঁৱৰ (হিন্দী)

বনৰীয়া গাহৰি সাধাৰণতে হাবিত জাকপাতি বাস কৰে। খেতি পথাৰৰ কাষে পাঁজৰে থকা দ চানেকীয়া ঠাইত থাকিবলৈ ইহঁতে ভাল পায়। এনেবোৰ ঠাইৰপৰা ৰাতি ওলাই আহি ইহঁতে খেতি পথাৰৰ অনিষ্ট সাধন কৰে। তলৰ আৰু ওপৰৰ ফালে থকা দাঁতৰ আলোৰ পৰা বাহিৰৰ ফালে এজোৰাকৈ দাঁত ওলাই আহি ওপৰ মূৰা হৈ থাকে। গলধনৰ ওপৰত পিঠিলৈকে বৈ পৰা একোছা অলপ দীঘল চানেকীয়া নোমৰ উৎপত্তি হয়।

## (৩৬) নল গাহৰি (Pigmy Hog)

Order—Artiodactyla. Family—Suidae
Species—Porcula salvania
বৰ্গ—আৰ্টিওডেক্টিলা। পৰিয়াল—চুইদি
প্ৰজাতি—পৰকুলা চালভানিয়া।

এবিধ নিচেই সৰু আকাৰৰ গাহৰি জাতীয় প্ৰাণী। নিলগৰ পৰা লক্ষ্য কৰিলে ইয়াক বনৰীয়া গাহৰি পোৱালি যেন লাগে। দৰং জিলাৰ বৰনদী সংৰক্ষিত বনাঞ্চলত ইয়াৰ উৎপত্তি পৰিলক্ষিত হৈছে। মানাহ অভয়াৰণ্যতো এইবিধ গাহৰি বাসকৰা দেখিবলৈ পোৱা যায়। জন্তুসংখ্যা তেনেই কম হোৱাৰ গতিকে চৰকাৰে এইবিধ প্ৰাণী সংৰক্ষণৰ বাবে বিশেষ ব্যৱস্থা লব লগীয়া হৈছে।

## (৩৭) কেমটাই পহু (Indian Pangolin or Scally Ant Eater)

Order—Pholidota. Species—Manis crassicaudata.
বৰ্গ—ফলিদতা। প্ৰজাতি—মানিছ ক্ৰেছিকডেটা।

ৰৌ মাছৰ বাকলিৰ দৰে গোটেই দেহটো বাকলিৰে আবৃত হৈ থকাৰ বাবে কোনো কোনোৱে এইবিধ প্ৰাণীক বনৰৌ বুলিও কয়।



গাঁতৰ ভিতৰত সোমাই থাকি সময় অতিবাহিত কৰে। অতি মন্থৰ গতিত খোজ কাঢ়ে। গছৰ ওপৰতো উঠে। শত্ৰু জাতীয় প্ৰাণী ওচৰ চপাৰ উমান পালে ঠাইতে নোৰা বান্ধি পৰি দিয়ে।

## (৩৮) শৰ পহু (Sambar)

Order—Artiodactyla. Family—Cervidae.
Species—Cervus unicolor.
বৰ্গ—আৰটিওডেক্টিলা। পৰিয়াল—চাৰভিদি
প্ৰজাতি—চাৰভচ্ ইউনিকলৰ
দুমচুং (মিছিং) মিছুং (কাৰবি) মেছাৱ (আছিক) মাকচক (বাড়া) চাম্বাৰ (হিন্দী)

এবিধ ডাঙৰ আকাৰৰ হৰিণ জাতীয় প্ৰাণী। জাক পাতি বাস কৰে। গাৰ বৰণ মুগা চানেকীয়া হয়। নোমবোৰ খহটা আৰু ডাঙৰ হয়। হৰিণৰ গলধনত কেশৰ সদৃশ নোমৰ প্ৰাদুৰ্ভাৱ হয়। শিংযোৰাই ডাল মেলা ৰূপ ধাৰণ কৰে।

## (৩৯) দল হৰিণ (Swamp-Deer)

Order—Artiodactyla. Family—Cervidae.
Species—Cervus duvouceli.
বৰ্গ—আৰটিওডেক্টিলা। পৰিয়াল—চাৰ্ভিদি
প্ৰজাতি—চাৰভচ ডুভওছিলি।
মিছুং (কাৰবি) মেছাম (আছিক) মক্চক (বাড়া) বাৰ শিংঙা (হিন্দী)

আন এবিধ প্ৰকাণ্ড আকাৰৰ হৰিণ গোষ্ঠীৰ প্ৰাণী। গাৰ নোমবোৰে হালধীয়াকৈ মুগা ৰূপ ধাৰণ কৰে। শৰ পহুৰ দৰে এই জাতীয় হৰিণৰ শিং যোৰা ডাল মেলা হয়। শিঙৰ গঠন প্ৰণালী জন্তু ভেদে অলপ বেলেগ হোৱা দেখা যায়। পোৱালিৰে সৈতে এইবিধ হৰিণেও হাবিত জাক বান্ধি বিচৰণ কৰে। নদী বিলৰ কাষে পাজৰে থকা দ চানেকীয়া ঠাইত ইহঁতক দেখিবলৈ পোৱা যায়।

(৪০) ফুটুকী হৰিণ (Cheetal or Spotted Deer)

Order—Artiodactyla. Family—Cervidae.

Species—Axis axis.

বৰ্গ—আৰটিওডেক্টিলা। পৰিয়াল—চাৰ্ভিদি

প্ৰজাতি—এক্সিচ্ এক্সিচ্

চিতল (হিন্দী)

গাত ফুটুকা ফুটুকী দাগ থকা এবিধ বিতোপন হৰিণ। হৰিণ গোষ্ঠীৰ প্ৰাণীবোৰৰ ভিতৰত ফুটুকী হৰিণ নামেৰে জনাজাত প্ৰাণীক আটাইতকৈ শুৱনি বুলি কব পাৰি। ডাল মেলা শিং যোৰাও দেখিবলৈ মনোৰম হয়। হাবিত জাক বান্ধি চৰি ফুৰে। এইবিধ হৰিণৰ বিচৰণ ভূমি নামনি অসমৰ ভিতৰতে সীমিত হৈ আছে।

(৪১) খটীয়া হৰিণ (Hog Deer)

Order—Artiodactyla. Family—Cervidae.

Species—Axis porcinus.

বৰ্গ—আৰটিওডেক্টিলা। পৰিয়াল—চাৰ্ভিদি

প্ৰজাতি—এক্সিছ্ পৰ্ছিনছ্।

পাৰা (হিন্দী)

এবিধ মজলীয়া আকাৰৰ হৰিণ জাতীয় প্ৰাণী। নোমবোৰৰ বৰণ ক'লা চানেকীয়াকৈ মুগা হয়। দৌৰ দি যাওঁতে জন্তুটোৱে মূৰটো তললৈ হাউলি লয়। আকাৰত শিং যোৰা সৰু আৰু চুটি হয়। মূৰৰ আগ ভাগৰ পৰা ওলাই এহা শিং যোৰা গুৰিতে দ্বিখণ্ডিত হয়। আগৰ ফালে আগ বাঢ়ি যোৱা শাখা শিং চুটি হয়। মূল শিংডাল অলপ দীঘল আকাৰে ওপৰলৈ উঠি যোৱাৰ পাছত পুনৰ দ্বিখণ্ডিত হৈ শেষ হয়। এইবিধ হৰিণক জাক বান্ধি চৰি ফুৰা দেখা নাযায়। অৱশ্যে কেবাটাও খটীয়া হৰিণক ওচৰা ওচৰিকৈ একে ঠাইত আপোন মনেৰে চৰি ফুৰা দেখা যায়।



(৪২) সুগৰী পহু (Barking deer or Muntjak)

Order—Artiodactyla. Family—Cervidae.

Species – Muntiacus muntjak.

বৰ্গ—আৰটিওডেক্টিলা। পৰিয়াল—চাৰভিদি।

প্ৰজাতি—মুন্টিয়াকছ মুণ্ট্জাক্।

জকহি (কাৰবি) কাকাৰ (হিন্দী)

এবিধ সৰু আকাৰৰ হৰিণ গোষ্ঠীৰ প্ৰাণী। গাত গজা নোমবোৰৰ বৰণ ৰঙা চানেকীয়া হয়। শিং যোৰা একেবাৰে চুটি হয়। প্ৰত্যেক ডাল শিঙৰ আগ ডোখৰ দুই ভাগত ভাগ হয়। সাধাৰণতে এইবিধ হৰিণক গাইগুটীয়া ভাৱে হাবিত চৰি ফুৰা দেখা যায়। মাত্ৰ পোৱালি লগ হৈ থকা একাধিক প্ৰাণীকো কেতিয়াবা লগ পোৱা হয়। সুগৰী পহুৱে উচ্চাৰণ কৰা শব্দ নিলগৰ পৰা শুনা যায়।

(৪৩) বান্দৰ (Rhesus Macaque)

Order—Primate. Family—Cercopithecidae.

Sub-family—Cercopithecinae.

Species—Macaca mulatta.

বৰ্গ—প্ৰাইমেট্। পৰিয়াল—চাৰকোপিথেছিদি।

উপ পৰিয়াল—চাৰকোপিথেছিনি।

প্ৰজাতি – মেকাকা মিউলেট্টা।

বান্দৰ (মিছিং) খেৰ' (কাৰবি) মাক্ৰা (ৰাভা) বান্দৰ (হিন্দী)

অসমৰ প্ৰায় সকলোবোৰ ঠাইতে সাধাৰণ বিধ বান্দৰৰ উৎপত্তি পৰিলক্ষিত হয়। নগৰ-চহৰৰ কাষে পাঁজৰে থকা সৰু সুৰা হাবি, মঠ মন্দিৰৰ চৌহদ, ডাঠ অৰণ্য ভূমি আদি সকলোবোৰ ঠাইতে এইবিধ বান্দৰক জাক বান্ধি বাস কৰা দেখা যায়।

(৪৪) অসমীয়া বান্দৰ (Assamese macaque)

Order—Primate. Family—Cercopithecidae.

Sub-Family—Cercopithecinae.

Species—Macaca assamensis.

বৰ্গ—প্ৰাইমেট, পৰিয়াল—চাৰকোপিথেছিদি ।

উপপৰিয়াল—চাৰকোপিথেচিনি ।

প্ৰজাতি—মেকাকা আচামেঞ্চিচ ।

থেৰ' (কাৰবি)

এইবিধ বান্দৰক অসমৰ বনাঞ্চল বিলাকত মাজে সময়ে দেখিবলৈ পোৱা যায় । এইবিধ বান্দৰৰ টিকাত সাধাৰণ বান্দৰৰ দৰে ৰঙা বৰণীয়া কুচন নাথাকে । পাৰ্বত্য অঞ্চল বিলাকত ইয়াৰ উৎপত্তি পৰিলক্ষিত হয় ।

(৪৫) চুটি নেজীয়া বান্দৰ (Stump tailed Macaque)

Order—Primate. Family—Cercopithecidae.

Sub-family—Cercopithecinae.

Species—Macaca speciosa.

বৰ্গ—প্ৰাইমেট, পৰিয়াল—চাৰকোপিথেচিদি ।

উপ পৰিয়াল—চাৰকোপিথেচিনি

প্ৰজাতি—মেকাকা স্পেচিওছা ।

এইবিধ বান্দৰৰ নেজডাল একেবাৰেই চুটি হয় । অসম আৰু পূৰ্বাঞ্চলৰ অন্যান্য ৰাজ্য সমূহৰ বনভূমি বিলাকত ইয়াক কেতিয়াবা দেখিবলৈ পোৱা যায় ।

(৪৬) গাহৰি নেজীয়া বান্দৰ (Pig tailed Macaque)

Order—Primate. Family—Cercopithecidae.

Sub-family—Cercopithecinae.

Species—Macaca nemestrina.



বৰ্গ—প্ৰাইমেট । পৰিয়াল—চাৰকোপিথেছিদি ।

উপ-পৰিয়াল—চাৰকোপিথেছিনি ।

প্ৰজাতি—মেকাকা নেমেষ্ট্ৰিনা ।

এইবিধ বান্দৰ জাতীয় প্ৰাণীৰ নেজডাল গাহৰিৰ নেজৰ নিচিনা হয় । নাগাভূমিৰ পৰ্বতীয়া বনাঞ্চল বিলাকত ইয়াৰ উৎপত্তি পৰিলক্ষিত হয় । অসম-নাগাভূমিৰ মাজত অৱস্থিত সীমামূৰীয়া বনাঞ্চলতো ইয়াক দেখা পাবলৈ আশা কৰিব পাৰি ।

(৪৭) টুপীয়া হনুমান (Capped langur)

Order—Primate. Family—Cercopithecidae.

Sub-family—Colobinae.

Species—Presbytis pileatus.

বৰ্গ—প্ৰাইমেট । পৰিয়াল—চাৰকোপিথেছিদি ।

উপ-পৰিয়াল—কলোবাইনি ।

প্ৰজাতি—প্ৰেছবাইটিছ পাইলিয়েটছ ।

বেচম বান্দৰ (মিছিং) মিছাং (কাৰবি)

অসমৰ বনাঞ্চল বিলাকত ঠাই বুজি এইবিধ হনুমান বান্দৰ জাক বান্ধি বাস কৰা দেখা যায় । এইবিধ হনুমান বান্দৰৰ মুখ-মণ্ডলৰ বৰণ ক'লা হয় । গাৰ নোমবোৰ ক'লা চানেকীয়াকৈ মুগা হয় । কেবাটাও উপ-প্ৰজাতি আছে ।

(৪৮) সোণোৱালী হনুমান (Golden langur)

Order—Primate. Family—Cercopithecidae.

Sub-Family—Colobinae.

Species—Presbytis geei.

বৰ্গ—প্ৰাইমেট । পৰিয়াল—চাৰকোপিথেছিদি ।

উপ-পৰিয়াল—কলোবাইনি ।

প্ৰজাতি—প্ৰেছবাইটিছ গীয়াই ।

দইএত থেৰ' (কাৰবি)

এবিধ ধুনীয়া চেহাৰাৰ হনুমান বান্দৰ। কামৰূপ, কোকৰাঝাৰ আৰু ধুবুৰী জিলাৰ সীমামূৰীয়া বনাঞ্চল বোৰত স্থানীয় ভাৱে বাস কৰে। গাৰ নোমবোৰৰ বৰণ বগা হয় আৰু তাত সোণালী বৰণৰ চিক্‌মিকনিয়ে বিৰাজ কৰে।

(৪৯) লাজুকী বান্দৰ (Slow Loris)
Order—Primate. Family—Lorisidae.
Species – Nycticebus coucang.
বৰ্গ—প্ৰাইমেট। পৰিয়াল—লৰিছিদি।
প্ৰজাতি—নিক্টেচিবাছ কওকাং।

এবিধ সৰু আকাৰৰ বান্দৰ গোষ্ঠীৰ বিচিত্ৰ প্ৰাণী। চকু দুটা গোল আৰু গাত উৎপন্ন হোৱা নোমবোৰ কোমল আমলকৈ ছাই বৰণীয়া হয়।

(৫০) হলৌ বান্দৰ (Hoolock or White-browed Gibbon)
Order—Primate. Family—Cercopithecidae.
Sub family—Simiidae.
Species—Hylobates hoolock.
বৰ্গ—প্ৰাইমেট। পৰিয়াল—চাৰকোপিথেছিদি।
উপ-পৰিয়াল—চিমিয়াইদি।
প্ৰজাতি—হাইলোবেটিছ্ হোলক্।
হুকাং (আছিক) হইদু (কাৰবি) হলু মাক্ৰা (বাড়ো)

চুটি নেজ আৰু দীঘল হাত থকা এবিধ বান্দৰ গোষ্ঠীয় প্ৰাণী। গৰিলা, চিম্পাঞ্জী, ওৰাং ওটান্ আদি আমানৰ প্ৰাইমেটৰ একমাত্ৰ ভাৰতীয় প্ৰতিনিধি। হাবিত থকা গছ গছনিৰ ডালত জাক বান্ধি বাস কৰে। ৰাতিপুৱা আৰু আবেলি ভাগত দীঘল দীঘল উকি মাৰি নিবৰ হাবি সৰৱ কৰি তোলে। সাধাৰণতে পাছ ঠেং দুখনেৰে মাটিৰ ওপৰত খোজ কাঢ়ি যায়।



(৫১) শিহু (Porpoise)
Order—Cetacea. Species—Platanista gangetica.
চিহু (বাডো)

এবিধ পানীত বাস কৰা স্তন্যপায়ী জন্তু। ব্ৰহ্মপুত্ৰ নদ আৰু ইয়াৰ উপনদী বিলাকত আৰু কাছাৰ জিলাৰ নদী উপনদী বিলাকত ইয়াৰ উৎপত্তি পৰিলক্ষিত হয়। সাগৰৰ পানীত বাস কৰা দন্তধাৰী তিমিমাছ, ডলফিন আদি প্ৰাণীৰ লগত ইয়াক তুলনা কৰিব পাৰি।

—o—

## পক্ষী কুলৰ প্ৰাণী সমূহ
## BIRDS (Class-Avis)

পক্ষী কুলৰ প্ৰাণী বিলাকক একেডাল সুতাৰে গাঁঠি এভিচ (Avis) নামৰ এটা নিৰ্দিষ্ট শ্ৰেণীত (Class) অন্তৰ্ভুক্ত কৰা হৈছে। শাৰীৰিক আৰু চাৰিত্ৰিক গুণাগুণৰ ওপৰত ভাৰসা ৰাখি চৰাই বিলাকক দ্বিতীয় পৰ্যায়ত বিভিন্ন বৰ্গত (Order) ভাগ কৰা হৈছে। তৃতীয় পৰ্যায়ত ইহঁতক গণ (Genus) আৰু প্ৰজাতি (Species) ৰূপত চিনাক্তকৰণ কৰাৰ দিহা কৰা হৈছে। বৈজ্ঞানিক নাম বিলাক পৃথিৱীৰ সকলো ভাষা-ভাষী লোকে নিজ নিজ ভাষাত গ্ৰহণ কৰিছে। এই বহল দৃষ্টিভঙ্গীৰ দ্বাৰা বিবেচনা কৰি চাই অসমৰ ভৌগোলিক চাৰিসীমাৰ অন্তৰ্গত থলুৱা ভাৱে নিগাজীকৈ বাস কৰি থকা কিম্বা অতিথিৰ বেশত অন্যান্য দেশ বিদেশৰ পৰা আহি বছৰৰ কোনো এটা নিৰ্দিষ্ট সময়ত ইয়াত অস্থায়ী ভাৱে থানথিত লোৱা পক্ষী সমূহৰ সামুহিক বা গাইগুটীয়া বৰ্ণনা তলত লিপিবদ্ধ কৰা হৈছে।

(১) পাতি কাউৰী (Crows) Corvus Spiendens.
**Family—Corvidae.** পৰিয়াল—কৰভিদি।
তথা ((ৰাভা) পিয়াক (মিছিং) দোকা (আছিক) ৱ' আক (কাৰবি) দেশী কৌৱা (হিন্দী)

কাউৰী বা পাতি কাউৰী অসমৰ সৰ্বত্ৰ বাস কৰা দেখিবলৈ পোৱা যায়। পক্ষী কুলৰ প্ৰাণী বিলাকৰ ভিতৰত কাউৰীক 'ধূৰ্ত' বুলি কোৱা হয়। সকলো সময়তে ই মানুহৰ সহযোগী পক্ষী হিচাপে থাকি পেলনীয়া খোৱা বস্তু, গেলা পচা মৰা জন্তু আদি ভক্ষণ কৰি মানৱ জাতিৰ উপকাৰ সাধে।

(২) ঢোৰা কাউৰী (Jungle Crows) Corvus macrorhynchus.
Family—Corvidae. পৰিয়াল—কৰভিদি।
কাকৰ সিয়াক (মিছিং) জঙ্গলী কৌৱা (হিন্দী)

পাতি কাউৰীতকৈ আকাৰত ডাঙৰ আৰু বৰণত কেতকেতকৈ ক'লা হয়। সংখ্যাত পাতিকাউৰীতকৈ কম। দীঘল দীঘল সুৰত ৰমলিয়ায়। চাফাই কামত মানুহক সহায় কৰে।

(৩) কাউচা (Roller) Coracias bengalensis.
Family—Coraciadae. পৰিয়াল—কৰাছিয়াদি।
দোচাই (আছিক) নীলকণ্ঠ, সৰজক (হিন্দী)

নীল বৰণীয়া পাখি থকা মজলীয়া আকাৰৰ চৰাই। বুকুৰ ফালে গজা পাখিবোৰৰ বৰণ ৰঙচীয়া হয়। ওপৰলৈ উৰা মাৰি পোক পৰুৱা ধৰে আৰু গছৰ ডালত পৰি খায়হি।

(৪) কলা খাঁতো বা চেকচেকী (Indian Tree pie) Dendrocitta vagabunda.
Family—Corvidae. পৰিয়াল—কৰভিদি।
মহা-লট মটা (হিন্দী)

এবিধ দীঘল নেজীয়া আৰু মুগা বৰণীয়া চৰাই, গাৰ দুয়োফালে বগা পাখিৰ চিন দীঘলীয়াকৈ বৈ পৰে। যোৱা পাতি বা



কেবাটাও চৰাই ওচৰা-উচৰিকৈ গছৰ ডালত পৰি উৰা উৰি কৰি ফুৰে। এক প্ৰকাৰৰ কেঁ কেঁ শব্দ উচ্চাৰণ কৰে।

(৫) দহিকতৰা (Magpie Robin) Copsychus saularis.
Family—Turnidae. পৰিয়াল—টাৰনিদি।
টৌ মাজি (ৰাভা) ডৈয়ৰা, ডইয়া (হিন্দী)

সৰু আকাৰৰ বিত্তোপন চৰাই। মতা চৰাইৰ বৰণত ক'লা আৰু বগা বৰণৰ সংমিশ্ৰণ আছে। মাইকী জনীৰ পাখিবোৰ মুগা চানেকীয়া হয়। কীট পতঙ্গ ভক্ষণ কৰি জীৱন ধাৰণ কৰে। নানা প্ৰকাৰৰ সুৰলা সঙ্গীত গায়।

(৬) শ্যামা, মেগপাই (Magpai) Kittacincla malabarica.
Family—Turdidae. পৰিয়াল—টাৰদিডি।
শ্যামা (হিন্দী)

এবিধ নেজ দীঘল মজলীয়া আকাৰৰ চৰাই। হাবিৰ মাজত থকা গছৰ ডালে পাতে বগাই ফুৰে। পাখিৰ বৰণ ক'লা চানেকীয়াকৈ ৰঙা হয়। নেজ ডালত দীঘল পতীয়া বগা দাগ থাকে।

(৭) ঘৰ শালিকা (House Myna) Acridotheres tristis
Family—Sturnidae. পৰিয়াল—ষ্টাৰনিডি।
চিৰুক (ৰাভা) আলুকি (মিছিং) ৱ' ছাক (কাৰবি) দেচী মৈনা (হিন্দী)

ঘৰৰ চালেবোৰ বাহ সাজি কণী পৰা আৰু তাতে পোৱালী জগাই ডাঙৰ দীঘল কৰা এবিধ ষ্টাৰ্লিং কৈদৰ বনৰীয়া চৰাই। বৰণত ৰঙচুৱা আৰু মূৰৰ ফালে ক'লা চানেকীয়া হয়। ঠোঁট হালধীয়া হয়। ঠেং দুখনৰ বৰণো হালধীয়া হয়। ঠিক সেইদৰে চকুৰ চাৰিওফালে এচটা হালধীয়া দাগ থাকে। মাইকীজনী মতাটোতকৈ আকাৰত সৰু হয়। নানা ধৰণৰ মাত উচ্চাৰণ কৰে।

(৮) ছুটিয়া শালিকা (Jungle Myna) Aethiospar fuscus.
Family—Sturnidae. পৰিয়াল—ষ্টাৰনিদি।
জঙ্গলী মৈনা (হিন্দী)

ঘৰ শালিকাৰ নিচিনা আন এবিধ বনৰীয়া চৰাই। কেতিয়াবা ঘৰ শালিকাৰ সৈতে একেলগে একে ঠাইতে চৰি ফুৰা দেখিবলৈ পোৱা যায়। এইবিধ শালিকাই ভাটৌ চৰাইৰ দৰে দুই এষাৰ মাত কাঢ়িবলৈ শিকে।

(৯) বা-শালিকা (Bank Myna) Acridotheres ginginanus.
Family—Sturnidae. পৰিয়াল—ষ্টাৰনিদি।
গংগা মৈনা, বৰাদ মৈনা (হিন্দী)

আন এবিধ শালিকা গোষ্ঠীৰ বনৰীয়া চৰাই। নদীৰ থিয় গড়াত গাঁত খান্দি বাহ সাজে আৰু তাতে কণী পাৰি পোৱালী জগায়।

(১০) কাঠ-শালিকা (Grey-headed-Myna) Sturnia malabarica
Family—Sturnidae. পৰিয়াল – ষ্টাৰনিদি।
পৱাই (হিন্দী)

এবিধ ছাই বৰণীয়া শালিকী চৰাই। মুকলিমূৰীয়া হাবিত থকা গছত পৰি থকা দেখিবলৈ পোৱা যায়। গছৰ ধোন্দত বাহ সাজি কণী পাৰে আৰু তাতে পোৱালি জগায়।

(১১) মইনা (Hill Myna) Gracula religiosa
Family—Graculidae. পৰিয়াল— গ্ৰেকুলিদি।
ময়না (ৰাভা) পাহাড়ী মৈনা (হিন্দী)

এবিধ হাবিত বাস কৰা শালিকা গোষ্ঠীৰ চৰাই। ঠোঁট আৰু ঠেং দুখনৰ বৰণ হালধীয়া হয়। মূৰৰ ওপৰত এচটা হালধীয়া বৰণৰ পট্টি থাকে। এইবিধ চৰায়ে মানুহক অনুসৰণ কৰি দুই এষাৰ কথা কব পাৰে। সেইবাবে ইয়াক সজাত ভৰাই মৰমেৰে লালন পালন কৰি ৰাখিবলৈ মানুহে ভাল পায়।



(১২) কাণকুৰিকা (Pied Myna) Sturnus contra.
Family—Sturnidae. পৰিয়াল—ষ্টাৰনিদি।
আলুকি (মিছিং) অবলক মৈনা (হিন্দী)

এবিধ পাতল চানেকীয়া মইনা গোষ্ঠীৰ পক্ষী। ইয়াৰ পেটত, দাঁতিত আৰু কাণৰ ওচৰত বগা বৰণীয়া পাখিৰ উৎপত্তি হয়। দেহৰ বাকী অংশত উৎপন্ন হোৱা পাখিবোৰৰ বৰণ ক'লা চানেকীয়া হয়। আলি বাটত আৰু মানুহৰ বাৰীত কীট-পতঙ্গ বিচাৰি চৰি ফুৰে।

(১৩) সখিয়তী বা পাটমাদৈ (Golden Oricle) Oriolus oriolus.
Family—Oriolidae. পৰিয়াল—অৰিওলিদি।
পীলক (হিন্দী)

এবিধ হালধীয়া বৰণৰ বিতোপন চৰাই। কেতিয়াবা গাইগুটীয়া ভাৱে আৰু কোনো কোনো ক্ষেত্ৰত দুই তিনিটা চৰাই ওচৰা ওচৰিকৈ থকা গছৰ ডালত ইফাল সিফাল কৰি থকা দেখা যায়। "সখী ঔ সখি ঔ" বুলি মতা অৰ্থ পূৰ্ণ শব্দ উচ্চাৰণ কৰে বুলি আমাৰ মানুহে ধাৰণা কৰে।

(১৪) ফেচু (Drongo or King Crow) Dicrurus macrocercus
Family – Dicruridae. পৰিয়াল—ডাইক্ৰোৰিদি
ৰ'ইংচাম (কাৰবি) ভুজঙ্গা, কোত'ৱাল, কলক লাচী (হিন্দী)

ক'লা বৰণীয়া এবিধ নেজদীঘল চৰাই। নেজৰ আগভাগ দুফলীয়াকৈ বিভক্ত হয়। আকাশলৈ উৰি উৰি কীট-পতঙ্গবোৰ ধৰি ধৰি খায়। আমাৰ মানুহে এইবিধ চৰাইক পক্ষীৰ ৰজা বুলি কয়। ইয়াৰ ফেচুঁ-চুঁ ফেচুঁ-চুঁ শব্দ প্ৰায়েই শুনিবলৈ পোৱা যায়।

(১৫) ভীমৰাজ (Racket-tailed drongo) Dicrurus paradiseus
Family—Dicruridae. পৰিয়াল—ডাইক্ৰোৰিডি।
ভেংৰাজ (ৰাভা) ৰ'জক (কাৰবি) ভীমৰাজ (হিন্দী)

হাবিত বাস কৰা এবিধ ফেচু' জাতীয় দীঘল নেজী চৰাই। বৰণত ফে'চুৰ দৰে ক'লা হয়। নেজৰ কিনাৰৰ দুডাল পাখি অতিপাত দীঘল হৈ হাকোঁটাৰ ৰূপ ধাৰণ কৰে।

**(১৬) বুলবুলি, ফেচুলুকা (Red Vented Bulbul) Molpastes cafer**
**Family—Pychonotidae.** পৰিয়াল—পিক্‌নোটিডি।
পায়প্ৰক্ (ৰাভা) ৰ'চেৰক (কাৰবি) বুলবুল (হিন্দী)

এবিধ ক'লা বৰণীয়া সৰু চৰাই। পেটৰ তলৰ ফালে নেজৰ গুৰিত অলপ ৰঙা পাখি থাকে। য'তে ত'তে দেখিবলৈ পোৱা যায়। কীট পতঙ্গ আৰু গছত লাগি থকা ফলমূল খাই জীৱন ধাৰণ কৰে।

বুলবুল বা ফেচুলুকা চৰাইৰ কেবাটাও জাত আছে। দ্বিতীয় বিধৰ গালত এচটা বগা পাখিৰ দাগ থাকে। এই বিধ বুলবুলক বগা গালৰ বুলবুল (White checked Bulbul.—Molpastes leucogenys) বুলি কোৱা হয়। তৃতীয় বিধৰ গালত ৰঙা দাগ থাকে। সেইবিধ বুলবুলক ৰঙা ডাড়ি থকা বুলবুল (Red Whiskered Bulbul—Otocompsa jocasa) বোলে।

**(১৭) বালি মাহী, টিপচি, খঞ্জন (Wagtail) Motacilla cinerea**
**Family—Motacillidae.** পৰিয়াল—মোটেচিলিদি।
কালং ছিঈই (কাৰবি) খঞ্জন (হিন্দী)

এবিধ সৰু আকাৰৰ মৰম লগা চৰাই। খৰালিমহীয়া গাইগুটীয়াকৈ কিম্বা ওচৰা ওচৰিকৈ মাটিত দৌৰা দৌৰি কৰি ঘূৰি ফুৰা অৱস্থাত কেইবাটাও চৰাই দেখিবলৈ পোৱা যায়। ইয়াৰ দুটা জাত আছে। দুয়ো বিধৰ ক্ষেত্ৰত মতা চৰাইৰ আকাৰ মাইকী জনীতকৈ ডাঙৰ হয়। বৰণত ওপৰ ভাগ ক'লা আৰু তলপেট বগা হয়। এবিধৰ ক্ষেত্ৰত মাইকী চৰাই জনীৰ তলপেট হালধীয়া হয়। কীট পতঙ্গ খাই জীৱন ধাৰণ কৰে।

**(১৮) টোকোৰা চৰাই (Weaver bird) Ploceus philippinus.**
**Family—Ploceidae.** পৰিয়াল—প্লোচিডি।



বাওয়াই (ৰাভা) বামনি ব্যা (হিন্দী)

সৰু আকাৰৰ এবিধ বিচিত্ৰ চৰাই। খেৰৰ শনি, ঘাঁহ-পাত আদি সংগ্ৰহ কৰি আনি অতি পৰিপাটীকৈ বাহ সাজিব জানে। বাহটো দীঘলীয়া চুঙাৰ নিচিনাকৈ গছৰ ডালত ওলমি থাকে। তাৰ ভিতৰত বাহৰ তলৰ অংশত এটা আহল বহলকৈ কোঠা বনাই লোৱা হয়। মাইকী জনীয়ে তাতে কণী পাৰি পোৱালি জগায়।

**(১৯) ঘৰ চিৰিকা বা ঘনচিৰিকা (House Sparrow) Passer domesticus**
**Family—Fringillidae.** পৰিয়াল—ফ্ৰিঞ্জিলিডি।
চকিয়া (ৰাভা) পাক্‌চুৰুং (মিছিং) দোচক (আছিক) ৰ'চেত (কাৰবি) গৌৰয়্যা (হিন্দী)

মানুহৰ ঘৰৰ ভিতৰৰ সুবিধা জনক ঠাইত বাহ সাজি থাকিবলৈ লোৱা এবিধ সৰু আকাৰৰ কজলা বৰণীয়া চৰাই। এক প্ৰকাৰৰ চিঁ চিঁ শব্দ উচ্চাৰণ কৰি কোনো কোনো ঘৰৰ পৰিবেশ নষ্ট কৰি এইবিধ চৰায়ে কেতিয়াবা অতীষ্ঠ কৰি তোলে। ধান, মাহ আদি শস্য বুটলি বুটলি খায়। কেতিয়াবা একে ঠাইতে বহুতো চৰাইৰ সমাবেশ ঘটে।

**(২০) টুনি (Munia) Uroloncha striata, Uroloncha punctulata, Amandava amandava.**
**Family—Fringillidae.**
পৰিয়াল—ফ্ৰিঞ্জিলিডি।
টো-ক্ৰে (ৰাভা) টাচাং (মিছিং) মুনিয়া (হিন্দী)

ঘৰ চিৰিকাৰ নিচিনা কিছুমান সৰু আকাৰৰ চৰাই জাকে জাকে উৰি আহি কেতিয়াবা ধাননি পথাৰত আৰু কেতিয়াবা ভড়ালৰ ভিতৰত সোমাই ধানবোৰ কুটি কুটি খোৱা দেখিবলৈ পোৱা যায়। এই

বিলাক চৰাইৰ কেবাটাও জাত আছে। এবিধ ক'লা চানেকীয়া আৰু আন দুবিধ ফুটুকা ফুটুকী কৈ ৰঙচীয়া আৰু কজলা হয়। কোনো কোনো মানুহে সজাত ভৰাই ৰাখি এই বিচিত্ৰ বৰণৰ চৰাই বিলাকক মৰমেৰে পালন কৰে।

### (২১) তেলটুপি বা চাতক (Swallows) Hirundo smithii. Hirundo rustica.

Family—Hirundinidae.

পৰিয়াল—হিৰোণদিনিডি।

মাডোক, অবাবিল (হিন্দী)

সৰু আকাৰৰ অতি বেগত উৰি ফুৰা দুবিধ অতিথি চৰাই। প্ৰথম বিধৰ নেজৰ দুয়ো কাষত উৎপত্তি হোৱা দুডাল দীঘল নেজ থাকে। ইয়াৰ বুকু ভাগৰ বৰণ বগা হয় আৰু শৰীৰৰ বাকী অংশই ক'লা চানেকীয়া ৰূপ ধাৰণ কৰে। দ্বিতীয় বিধৰ নেজ দুডলীয়া হয় আৰু পাখি দুখনৰ আগ ভাগ কেচিয়াকেচিকৈ নেজৰ উপৰি ভাগত লাগি থাকে। শৰৎ ঋতুত দুয়োবিধ পক্ষী আমাৰ ইয়ালৈ আহে আৰু জাক বান্ধি উৰা উৰি কৰি পোক পৰুৱা ধৰি ধৰি খায়। ইলেকট্ৰিক আৰু টেলিফোনৰ তাঁৰত জাকে জাকে বহি থকা দেখা যায়। বসন্ত কাল আগমনৰ অন্তত সিহঁতে প্ৰত্যাগমন কৰি অন্তৰ্দ্ধান হয়।

### (২২) ভৰদ্বাজ (Sky-lark) Alauda gulgula.

Family—Alaudidae.

পৰিয়াল—এলাউদিদি।

ভৰতপক্ষী (হিন্দী)

এবিধ ঘৰচিৰিকাৰ সমান সৰু আকাৰৰ মুগা বৰণীয়া চৰাই। নদী বিলৰ কাষে পাজৰে থকা বালিগ্ৰহীয়া ঠাইৰ খেৰণি বোৰত দেখা যায়। কেতিয়াবা গাইগুটীয়া ভাৱে আৰু কোনো কোনো



সময়ত জাক বান্ধি উৰা উৰি কৰি থকা অৱস্থাত দেখিবলৈ পোৱা যায়। বহুত ওপৰলৈ উৰা মাৰি গৈ গৈ কীট পতঙ্গ ধৰি ধৰি খায়। ইয়াৰ গুৱলা মাত শুনিবলৈ ভাল।

### (২৩) বাঢ়েটোকা বা কাঠখোলা বা কাঠৰোকা (Wood Peckers)

Family—Picidae.

পৰিয়াল—পিছিডি।

তন্দেলেংফা (ৰাভা) ব্ৰ'লেং (কাৰবি) কাঠফোৰা (হিন্দী)

অসমত দুবিধ বাঢ়েটোকা চৰাই থলুৱা ভাৱে বাস কৰা দেখিবলৈ পোৱা যায়। সিহঁত দুবিধক ক্ৰমে সোণালী বুকুৱা বাঢ়েটোকা (Gold-fronted Wood-Pecker). (Brachypternus bengalensis) আৰু হালধীয়া বুকুৱা বাঢ়েটোকা (Yellow fronted Wood-Pecker).(Dryobates mahrattensis) নামেৰে অভিহিত কৰা হয়। প্ৰথম বিধৰ গাত ক'লা আৰু ৰঙা বৰণীয়া পাখিয়ে প্ৰাধান্য লাভ কৰে। দ্বিতীয় বিধৰ পাখিবোৰ ফুটুকা ফুটুকী ভাৱে কজলা হয়। দুয়োবিধে গা গছ বা ডালৰ সুবিধা জনক ঠাইত ঠোঁটেৰে খুটিয়াই খুটিয়াই গাঁত খান্দে। তাৰ ভিতৰতে বাহ তৈয়াৰ কৰি মাইকী জনীয়ে কণী পাৰে আৰু উমনি লৈ সময়ত পোৱালি জগায়।

### (২৪) হেতুলুকা (Barbet or Copper-Smith) Xantholaema haemacephala.

Family—Meropidae. পৰিয়াল—মেৰোপিদি।

ছোটা বসন্যা (হিন্দী)

গছৰ ওপৰত বাস কৰা এবিধ সৰু আকাৰৰ ডোতোকা চৰাই। বৰণত কলপতীয়া হয়। বুকুত আৰু মূৰৰ উপৰি ভাগত ৰঙা পাখিৰ প্ৰাদুৰ্ভাৱ হয়। কেতিয়াবা গাইগুটীয়া ভাৱে আৰু সময় সুবিধা বুজি ভাটৌ, মইনা আদিৰ সৈতে মিহলি হৈ গছৰ

ডালত বহে । নেৰানেপেৰাকৈ একেলেঠাৰিয়ে উচ্চাৰণ কৰা কুটুলুক্-কুটুলুক্ মাতে চেকীৰ শব্দক অনুসৰণ কৰা যেন লাগে ।

(২৫) মৌপিয়া (**Purple Sunbird**) Cinnyris asiaticus.
Family –Nectariniidae. পৰিয়াল—নেকটাৰিনিয়াইদি ।

এবিধ নিচেই সৰু চৰাই । মাইকীজনীৰ গাত মুগা বৰণীয়া পাখিৰ উৎপত্তি হয় । ফুলনিৰ মাজত গছে পাতে বগাই মৌৰস চুহি ফুৰে । প্ৰণয় ঋতুত মতাটোৱে চক্‌লেট ৰঙৰ পাখি পিন্ধে ।

(২৬) পাতসিয়া (**Tailor Bird**) Orthotomus sutorius patia.
Family—Sylviidae. পৰিয়াল—চিল্‌ভিয়াইদি ।

নিচেই সৰু আকাৰৰ চঞ্চল প্ৰকৃতিৰ চৰাই । পোক পৰুৱা বিচাৰি জোপোহা গছৰ ডালে পাতে বগাই ফুৰে । নেজডাল জোকাৰি থাকে । গছৰ পাত এখিলাৰ ভিতৰৰ ফালে ঘাঁহ বন লগ লগাই বাহ সাজে । তাতে মাইকীজনীয়ে কণী পাৰি পোৱালি জগায় ।

(২৭) ৰাবলাৰ (**Indian Wren Warbler**) Prinia inornata
Family—Sylviidae. পৰিয়াল চিল্‌ভিয়াইদি ।

এবিধ সৰু আকাৰৰ মুগা বৰণীয়া চৰাই । খেতি পথাৰৰ আশে পাশে থকা পাতলীয়া হাবি বননিত এইবিধ চৰাইক গাইগুটীয়া ভাৱে থকা দেখা যায় । দীঘলীয়া সুৰত উচ্চাৰণ কৰা ইয়াৰ মাত মাজে সময়ে অলপ লক্ষ কৰিলে শুনিব পাৰি ।

(২৮) কুটুলুকা চৰাই (**Shrike**) Lanius excubitor.
Family—Laniidae. পৰিয়াল—লেনিয়াইদি ।

এবিধ ক'লা বৰণীয়া অলপ ফুটুকা-ফুটুকী চৰাই । মজলীয়া আকাৰৰ গছ বা জোপোহাৰ ডালে পাতে বগাই সময় অতিবাহিত কৰে । কেবাটাও চৰাইৰ সমাবেশ কেতিয়াবা অকস্মাতে দেখিবলৈ পোৱা যায় । উৎপত্তি তেনেই কম । এক প্ৰকাৰৰ পিত্‌ পিত্‌



শব্দ উচ্চাৰণ কৰে । কেবাটাও জাত আছে ।

(২৯) ভদৰ কলী (**Scarlet Minivet**) **Pericrocotus speciosus**
**Family—Campephagidae.** পৰিয়াল—কেম্পেফেজিদি ।

হাবিত বাস কৰা এবিধ ধুনীয়া চৰাই । ইয়াৰ বুকুখন, তলপেট আৰু নেজডাল ৰঙা হয় । সিঠিৰ পৰা আৰম্ভ কৰি মূৰৰ ওপৰ ভাগ আৰু ডিঙিৰ ৰৰণ ক'লা চানেকীয়া হয় । পোক, পৰুৱা, কীট পতঙ্গ আদি ভক্ষণ কৰি জীৱন ধাৰণ কৰে ।

(৩০) কুলি (**Koel**) Eudynamis scolopaceus.
Family—Cuculidae. পৰিয়াল – কুকুলিডি ।
কয়েল (হিন্দী)

কুলি চৰাইৰ সুৰলা মাত সকলোৰে আদৰণীয় । খৰালি মহীয়া এইবিধ চৰাইৰ মাত শুনিবলৈ পোৱা নাযায় । বসন্ত কাল অহাৰ লগে লগে ই কুউ কুউ শব্দ উচ্চাৰণ কৰি উৰা উৰি কৰি ফুৰে আৰু গছৰ ডালত পৰিও মাতে । গভীৰ নিশাও কেতিয়াবা ইয়াৰ মাত শুনা যায় । কাউৰীৰ বাহত কণী পাৰি ই পোৱালি জগায় ।

(৩১) কেতেকী (**Cuckoo**) Cuculus **Hierococcyx varius.**
Family—Cuculidae. পৰিয়াল—কুকুলিডি ।
দাম্ভাল ফাগং (বাডা) ৰ তাইজাক (কাৰবি)

এবিধ মুগা বৰণীয়াকৈ সামান্য ভাৱে বুকু বগা চৰাই । জাৰকালি এইবিধ চৰাইৰ কোনো মাত শুনিবলৈ পোৱা নাযায় । বসন্ত কাল আহি পোৱাৰ লগে লগে কেতেকী চৰাইৰ সুৰলা মাত শুনিবলৈ পোৱা যায় । 'মই কেতেকী' 'মই কেতেকী' বুলি মতা যেন শুনি ।

(৩২) মৌ-খোৱা (**Bee-Eater**) Merops orientalis.
Family—Muscicapidae. পৰিয়াল—মাস্কিকেপিদি ।

দীঘল নেজীয়া সেউজীয়া বৰণৰ চৰাই। সাধাৰণতে টেলিগ্ৰাফ বা টেলিফোনৰ তাঁৰৰ ওপৰত পৰি থকা দেখা যায়। মাজে মাজে শূইনলৈ উৰা মাৰি মাৰি কীট-পতঙ্গ ধৰে আৰু পুনৰ গছৰ ডালত বা টেলিগ্ৰাফ তাঁৰৰ ওপৰত বহি খায়হি। ইয়াৰ আৰু এটা জাত আছে। এই দ্বিতীয় বিধ পক্ষীৰ মূৰৰ পাখিৰ বৰণ ৰঙা হয়।

**(৩৩) মাছৰোকা (Kingfisher) Alcedo atthis.**
**Family—Alcedinidae.** পৰিয়াল—এলছিদিনিদি।
মাছৰেংকা, ৰ'ছ আৰহি (কাৰবি) কিলকিলা, মীনৰঁক (হিন্দী)

নীল বৰণীয়া পাখি থকা এবিধ মাছ ধৰা চৰাই। বুকুত গজা পাখিবোৰৰ বৰণ ৰঙচুৱা হয়। ঠোঁটটো ডাঙৰ আৰু নেজ ডালে চুটি আকাৰ ধাৰণ কৰে। পানীৰ ওপৰত ওলমি থকা গছৰ ডালত বহি মাছ জোপ লৈ থাকে। অলপ সময় এইদৰে থাকি আকাশলৈ উৰা মাৰে আৰু পানীৰ উপৰি ভাগৰ কোনোবা এঠাইত একেবাহে পাখি মাৰি পানীৰ উপৰি ভাগত কমাই ফুৰা মাছ ধৰিবলৈ পানীত ডুব মাৰে। দীঘল ঠোঁট ডালেৰে মাছ এটা ধৰি লৈ গছৰ ডালত পৰি খায়গৈ।

**(৩৪) কজলা বৰণীয়া মাছৰোকা (Pied King fisher) Ceryle rudis.**
**Family—Alcedenidae.** পৰিয়াল—এলচিদিনিদি
মাছৰেংকা লকৰু (কাৰবি) কোৰয়ল কিলকিলা, কেৰন (হিন্দী)

আমাৰ অসমত বাস কৰা দ্বিতীয় বিধ মাছৰোকা চৰাইৰ গাত উৎপন্ন হোৱা পাখিবোৰৰ বৰণ ফুটুকা-ফুটুকীকৈ কজলা হয়। সেইবাবে ইয়াক কজলা বৰণীয়া মাছৰোকা (Pied Kingfisher বুলি কব পাৰি। গাৰ পাখীত ফুটুকা-ফুটুকী বৰণে বিৰাজ কৰাৰ বাবে চৰাইটো দেখিবলৈ মৰমলগাকৈ ধুনীয়া হয়। এইবিধ চঞ্চল প্ৰকৃতিৰ মাছৰোকা চৰায়েও প্ৰথম বিধৰ যাৱতীয় চাৰিত্ৰিক গুণাৱলী প্ৰদৰ্শন কৰা দেখা যায়।

**(৩৫) গোবৰ খুচৰা, ফণিকতৰা (Hoopoe) Upupa epops**
**Family—Upupidae.** পৰিয়াল—উপপিদি।
হুদহুদ (হিন্দী)

মূৰত কিৰিটি পিন্ধা এবিধ কজলা বৰণীয়া বিতোপন চৰাই। গোবৰ জাবৰ আদি খুচৰি খুচৰি মাটিত পৰি আহাৰ বিচাৰি ফুৰে। কীট-পতঙ্গ আদি ধৰি ধৰি খায়। খোৱা বস্তু খুচৰি উলিওৱাৰ সময়ত ই মূৰৰ কিৰিটি বিৰাজ কৰা বিতোপন পাখিখিনি মাজে মাজে জপাই লয়। মাটিৰ ওপৰত পৰি থকা চৰাইটোৱে বিপদৰ অলপ ইঙ্গিত পালেই উৰা মাৰি তুৰন্তে নিলগলৈ গুচি যায়গৈ।

**(৩৬) ধনেশ বা পাকৈটোৰা (Hornbill) Tockus birastris**
**Family—Bucerotidae.** পৰিয়াল—বুচাৰ'টিদি।
টেকটেকীয়া (ৰাভা) ৰ'তেৰাং (কাৰবি)

এবিধ প্ৰকাণ্ড ঠোঁটীয়া বিচিত্ৰ চৰাই। ওপৰ ঠোঁটৰ ওপৰত নাওখনৰ দৰে এচটা চেপেটা কিৰিটি থাকে। গভীৰ অৰণ্যভূমিত থকা গছৰ ডালত কেৰাটাও লগ লাগি পৰি থাকে আৰু উৰা উৰি ফুৰি ফুৰে। উৰি ফুৰা চৰাইটোৰ পাখিৰপৰা এক্‌প্ৰকাৰ হো হো শব্দ হয়। গছৰ খোদ্দত বাহ লয়। মাইকী জনীয়ে খোদ্দৰ ভিতৰতে কণী পাৰি পোৱালি জগায়। তাই খোদত কণী পাৰিবলৈ সোমাই পৰাৰ পাছত মতা চৰাইটোৱে বোকাৰে লিপি খোদ্দৰ মুখখন বন্ধ কৰি দিয়ে।

**(৩৭) দিনকণা (Indian Night jar) Caprimulgus asiaticus.**
**Family—Caprimulgidae.** পৰিয়াল—কেপ্ৰিমুলগিদি
ৰ'উত তক্কৰ (কাৰবি)

ৰাতি চৰি ফুৰা এবিধ মুগা বৰণীয়া চৰাই। আন্ধাৰত চকু কেইটা নিলগৰ পৰা জিলিকি থাকে। মানুহ বা অন্যান্য শত্ৰু

জাতীয় প্ৰাণী কাষ চাপি অহাৰ উমান পালে লাহেকৈ উৰা মাৰি নিলগলৈ গুচি যায়গৈ । ই এক প্ৰকাৰৰ চুক্ চুক্ শব্দ উচ্চাৰণ কৰে ।

(৩৮) **ৰতাহী (Swift)** Micropus affinis.
Family—Micropodidae. পৰিয়াল—মাইক্ৰোপদিদি ।
ৰ' ইংছ (কাৰবি)

এবিধ সৰু আকাৰৰ থলুৱা চৰাই । পাখিৰ বৰণ মুগা চানেকীয়া হয় । পাখিৰ ডেউকা দুখন ওপৰা ওপৰিকৈ থাকে । অতি বেগত উৰিব পাৰে । প্ৰাচীন মঠ-মন্দিৰ, কাৰেং আদিত বাহ লয় । ওপৰতে উৰা মাৰি মাৰি কীট পতঙ্গ ধৰি খায় ।

(৩৯) **হুদু (Great Horned Owl)** Bubo bubo.
Family—Strigidae. পৰিয়াল—ষ্ট্ৰিজিদি ।
তৰাংগদা হেদেগুদু (বাডা) ৰ' দুদু (কাৰবি) ঘুগঘু (হিন্দী)

এবিধ ডাঙৰ আকাৰৰ ফেঁচা গোষ্ঠীৰ চৰাই । আমাৰ মানুহে তাক হুদু বুলি কয় । গভীৰ নিশা 'হুদু-গুছু' "হুদু গুছু" শব্দ দীঘলীয়া দীঘলীয়াকৈ উচ্চাৰণ কৰে । কীট-পতঙ্গ, কেঁচু-কুমটি, নাইগিয়া-জেঠি আদি খাই জীৱন ধাৰণ কৰে ।

(৪০) **লক্ষী ফেঁচা (Barn Owl)** Tyto alba.
Family—Strigidae. পৰিয়াল—ষ্ট্ৰিজিদি ।
অৱৰাহকা ঘুগঘু উল্লু (হিন্দী) ।

এবিধ মজলীয়া আকাৰৰ ফেঁচা জাতীয় চৰাই । পথালিকৈ সজোৱা গোল গোল চকু দুটাৰে ই চাৰিও ফালে ঘূৰি পকি চাব পাৰে । ধানৰ ভঁড়ালত বা মানুহৰ ঘৰৰ চিলিঙৰ ওপৰত বাহ লয় । সাপ, বেং, নিগনি আদি খোৱাৰ অভ্যাস থকাৰ বাবে এই বিধ ফেঁচাক মানুহে লক্ষী ফেঁচা বুলি কয় ।



(৪১) **ফেঁচা (Spotted Owlet)** Athene brama.
Family—Strigidae. পৰিয়াল—ষ্ট্ৰিজিদি ।
তুবাউ, তকবাউ (বাডা) ৰ' ইংহ (কাৰবি) উল্লু (হিন্দ)

নিচেই সৰু আকাৰৰ ফেঁচা জাতীয় চৰাই । গধূলি পৰত য'তে ত'তে দেখিবলৈ পোৱা যায় । সময় বুজি নানা বিধৰ মাত মাতে । কেতিয়াবা কুক্ কুক কৰি দীঘলীয়া সুৰ ধৰে । কেতিয়াবা উৰুলি দিয়াৰ শব্দ উচ্চাৰণ কৰে ।

(৪২) **ডাঙৰ ভাটৌ (Large Indian Parakeet)** Psittcula eupatria begalensis.
Family—Psittacidae. পৰিয়াল—ছিটাছিদি ।
বাটৌ (বাডা) পেবে (মিছিং) দো-ছিক (আছিক) তোতা (হিন্দী)

এবিধ ডাঙৰ আকাৰৰ ভাটৌ গোষ্ঠীৰ চৰাই । গাত উৎপন্ন হোৱা পাখিবোৰৰ বৰণ সেউজীয়া হয় । ডিঙিত থকা ৰঙা বৰণীয়া আঁচ ডান মালাৰ নিচিনা দেখি । ঠোঁটৰ বৰণ ৰঙা হয় । বনাঞ্চলৰ ওখ ওখ গছৰ ওপৰত ধোন্দ তৈয়াৰ কৰি বাহ লয় আৰু তাতে কণী পাৰি পোৱালি জগায় ।

(৪৩) **গালপোৱা ভাটৌ (Blossom-headed Parakeet)** Psittacula cyanocephala.
Family—Psittacidae. পৰিয়াল—ছিটাছিদি ।
বাটৌ (বাডা) তোতা (হিন্দী)

ডিঙিত সোণালী বৰণৰ মালাৰ নিচিনা দাগ থকা আন এবিধ ভাটৌ গোষ্ঠীৰ পক্ষী । জাক পাতি বনাঞ্চলত পৰিভ্ৰমণ কৰে । কেতিয়াবা কেতিয়াবা এঝোটা জাকত বহুতো চৰাইৰ সমাবেশ পৰিলক্ষিত হয় ।

(৪৪) **গল-মণিকা ভাটৌ (Rose-Ringed Parakeet)**
Family—Psittacidae. পৰিয়াল—ছিটাছিদি । বাটৌ (বাডা)

অসমৰ বনাঞ্চলত সাধাৰণতে বাস কৰা তৃতীয় বিধ ভাটৌ গোষ্ঠীৰ পক্ষী। কোনো কোনো বনভূমিত বহু সংখ্যক চৰাই জাক বান্ধি উৰি ফুৰা দেখিবলৈ পোৱা যায়।

**(৪৫) টিঁয়া ভাটৌ (Lorikeet) Coryllis vernalis.**

**Family—Psittacidae.** পৰিয়াল—সিটাছিদি।

টিঁউয়া (বাডা)

এবিধ সৰু আকাৰৰ ভাটৌ। সাধাৰণতে ওখ হাবিত বাস কৰে। নানা ধৰণৰ গছৰ ফল-মূল ভক্ষণ কৰি জীৱন ধাৰণ কৰে। উপযুক্ত খাদ্যৰ অনুসন্ধানত স্থানীয় ভাৱে পৰিভ্ৰমণ কৰে।

**(৪৬) চাপলিকা (Jungle Babbler) Turdoides somervillei**

**Family—Timaliidae. Sub-family—Pellorncinae.**

পৰিয়াল—টিমালিয়াইদি। উপ-পৰিয়াল—পেল্লৰনচিনি।

এবিধ জাক বান্ধি বান্ধি মাটি খুচৰি ফুৰা মুগা বৰণীয়া চৰাই। বহুত সংখ্যক লগলাগি ফুৰাৰ বাবে এইবিধ চৰাইক "সাতভনী"ৰ আখ্যা দিয়া হয়। গছৰ তলসৰা পাতবোৰ ঠোঁটেৰে ইফাল সিফাল কৰি পোক পৰুৱা বিচাৰি উলিয়ায়।

**(৪৭) সৰু চাপলিকা বা হুঁয়কলী (Common Babbler) Argya caudata**

**Family—Timaliidae. Sub-family—Pellorncinae**

পৰিয়াল—টিমালিয়াইদি। উপ-পৰিয়াল—পেল্লৰনচিনি।

আন এবিধ অলপ সৰু আকাৰৰ মুগা বৰণীয়া চাপলিকা চৰাই। এইবিধৰ বুকু আৰু পেটৰ তলৰ ফালে উৎপন্ন হোৱা পাখিবোৰৰ বৰণ অলপ শেঁতাকৈ বগা হয়।

**(৪৮) নীলা চৰাই (Blue Rock Thrush) Monticola solitaria.**

**Family—Timaliidae.** পৰিয়াল—টিমালিয়াইদি।



হাবিৰ মাজত থকা ঝৰণা বা নিজৰাৰ পাৰত এইবিধ চৰাইৰ দুই এটাক কেতিয়াবা অকস্মাতে দেখিবলৈ পোৱা যায়। গাতগজা পাখিৰ বৰণ ক'লা চানেকীয়াকৈ নীল বৰণীয়া হয়। মানুহৰ গম পালে লাহেকৈ উৰি গৈ হাবিত প্ৰৱেশ কৰে।

**(৪৯) কপৌ চৰাই (Dove)**

**Family—Columbidae.** পৰিয়াল—কলোমবিদি।

তুখুব (বাডা) ৰ' থুং (কাৰবি) পেকি (মিছিং) কবুতৰ (হিন্দী)

অসমত কেবাবিধৰো কপৌ চৰাই বাস কৰা দেখা যায়। তাৰে এবিধক ফুটুকী কপৌ (**Spotted Dove—Streptopelia chinensis**) দ্বিতীয় বিধক হাকৰা কপৌ (**Ring Dove—Streptopelia decaocto**) আৰু তৃতীয় বিধক ৰঙা কপৌ (**Red turtle Dove—Oenopophelia tranquebarica**) বুলি অভিহিত কৰা হয়।

**(৫০) হাইঠা (Green Pegion) Crocopus phoenicopteros.**

**Family—Columbidae.** পৰিয়াল—কলোমবিদি।

টোৰে (বাডা) ৰ' কি (কাৰবি) হৰিয়ল (হিন্দী)।

এবিধ সেউজীয়া বৰণৰ পাৰ চৰাইৰ নিচিনা বনৰীয়া চৰাই। বৰগছ, আহঁত আদিৰ ফল ভক্ষণ কৰি জীৱন ধাৰণ কৰে। ফল ধৰা গছত জাকে জাকে আহি এইবিধ চৰাই পৰেহি। ইয়াৰে এবিধ হাইঠা চৰাই আকাৰত ডাঙৰ হয় আৰু সেইবিধ হাইঠাক আমাৰ মানুহে পঘুমা বুলি কয়। ইংৰাজী ভাষাত ইয়াক **Imperial pegion** বুলি কোৱা হয়।

**(৫১) ম'ৰা চৰাই (Pea-cocks) Pavo cristatus.**

**Family—Phasianidae.** পৰিয়াল—ফেচিয়ানিদি।

ময়ুৰা (বাডা) টদে (মিছিং) দোদে (আছিক) ৰ'ৰাম (কাৰবি)

ময়ূৰ (হিন্দী)।

এবিধ অতি ধুনীয়া আকৃতিৰ নেজ দীঘল চৰাই। মাইকী জনীতকৈ মতা চৰাইটো দেখিবলৈ বিতোপন হয়। মূৰত সৰু আকাৰৰ কিৰিটি আৰু নেজৰ পাখিৰ আগভাগত ধুনীয়া ধুনীয়া চকৰ থাকে। ম'ৰা চৰায়ে চালি ধৰিলে চৰাইটোৰ গাত অনুপম সৌন্দৰ্য বিকাশ সাধন হয়। নামনি অসমৰ বনাঞ্চল বিলাকত ইয়াৰ উৎপত্তি পৰিলক্ষিত হয়।

**(৫২) বন কুকুৰা (Jungle fowl)** Gallus gallus.
Family—Phasianidae. পৰিয়াল—ফেচিয়ানিদি।
টৌছাৰ, টৌ বাছাৰ (ৰাভা) দো-মিছাল (আছিক) ৰ' হাৰ (কাৰবি) জঙ্গলী মুৰ্গী (হিন্দী)।

বন কুকুৰাৰ মতাটো দেখিবলৈ বিতোপন হয়। মাইকী কুকুৰা জনীয়ে মুগা ৰূপ ধাৰণ কৰে। মুকলি মূৰীয়া হাবি বননিৰ মাজত ইয়াক জাক পাতি বাস কৰা দেখিবলৈ পোৱা যায়।

**(৫৩) ডৰিক (Partridge)** Francolinus francolinus.
Family—Phasianidae. পৰিয়াল—ফেচিয়ানিদি।
ৰ'ৰেক (কাৰবি)।

কুকুৰাৰ নিচিনা এবিধ বনৰীয়া চৰাই। পাখিৰ বৰণত ক'লা, মুগা আৰু ফুটুকা ফুটুকী দাগৰ সংমিশ্ৰণ পৰিলক্ষিত হয়। এইবিধ পক্ষীয়ে এক প্ৰকাৰৰ চেক্ চেক্ শব্দ উচ্চাৰণ কৰে।

**(৫৪) দেও-ডৰিক (Pea-cock Pheasant)**
Family—Phasianidae. পৰিয়াল—ফেচিয়ানিদি।

এবিধ ডৰিক জাতীয় মুগা বৰণীয়া চৰাই। মতা চৰাইটোৰ নেজডালত ম'ৰা চৰাইৰ পাখিৰ নিচিনা চকমা চকল দাগ থাকে।

**(৫৫) বতা চৰাই, চুকৰ (Quail)**



Family—Phasianidae. পৰিয়াল—ফেচিয়ানিদি।
ৰ'উত (কাৰবি) মেপিত (মিছিং)

সৰু আকাৰৰ ডৰিক জাতীয় চৰাই। খেৰনি, বৰতানি আদি ঘাঁহনিৰ মাজত জাক পাতি বাস কৰে।

**(৫৬) শগুণ (Vulture)** Pseudogyps bengalensis.
Family—Accipitridae. পৰিয়াল—এচিপ্‌ট্ৰিদি।
ছগুণ (ৰাভা) চগুণ (মিছিং) ৰ'তাকুন (কাৰবি) গিদধ্ (হিন্দী)

ছাই বৰণীয়া বা ক'লা পাখিৰ এবিধ মাংসাহাৰী পক্ষী। ইয়াৰ ঠোঁটটোৰে ওপৰ ফালে আগ ভাগত হাকোটা ৰূপ ধাৰণ কৰে। ডিঙি আৰু মূৰত কোনো পাখি নাথাকে। মৰা জন্তুৰ মাংস টানি আজুৰি খাই জীৱন ধাৰণ কৰে।

**(৫৭) ৰজা শগুণ (King Vulture)** Sarcogyps calvus.
Family—Accipitridae পৰিয়াল—এচিপ্‌ট্ৰিদি।
মিগম, চগুণ (মিছিং) ৰাজ গিদ্ধ (হিন্দী)

এইবিধ শগুণৰ ডিঙি মূৰ আৰু ঠেং দুখনৰ বৰণ ৰঙচীয়া হয়। পিঠি আৰু ডেউকাৰ পাখিৰ বৰণ ক'লা চানেকীয়া হয়। তদুপৰি কাণৰ তলত ৰঙা বৰণীয়া লতিকা ওলমি থাকে। সংখ্যাত এইবিধ শগুণ তেনেই কম।

**(৫৮) চিলনী (Brahminy Kite)** Haliastur indus.
Family—Accipitridae. পৰিয়াল—এচিপ্‌ট্ৰিদি।
তবাং (ৰাভা) ব্ৰাহ্মণী চিল, ঘোৰিআ চিল, খেমকৰণী (হিন্দ)

এবিধ ৰঙা বৰণীয়া মাংসাহাৰী চৰাই। মূৰ, বুকু আৰু তলপেটত উৎপন্ন হোৱা পাখিৰ বৰণ বগা চানেকীয়া হয়। মাছ ভেকুলী, নাইপিয়া, জেঠি আদি খাই জীৱন নিৰ্বাহ কৰে। তদুপৰি জাবৰৰ মাজৰ পৰা পেলনীয়া বস্তু উঠাই নি নি খায়। এই বিষয়ত

চাফাই কাম কৰি এইবিধ পক্ষীয়ে মানৱ জাতিৰ উপকাৰ কৰে।

(৫৯) শেন (Pariah Kite) Milvus migrans.
Family—Accipitridae. পৰিয়াল—এচিপ্‌ট্ৰিদি।
চীল (হিন্দী)।

গভীৰ মুগা বৰণীয়া চিলনিৰ নিচিনা চৰাই। চিলনিৰ দৰে এই বিধ চৰায়েও ভেকুলী, মাছ নাইপিয়া আদি ভক্ষণ কৰে। নগৰৰ আশে পাশে এইবিধ চৰাই বহু সংখ্যক প্ৰাণী উৰা উৰি কৰি ঘূৰি ফুৰা দেখিবলৈ পোৱা যায়। পেলনীয়া বস্তু নিয়াৰ ওপৰিও কেতিয়াবা সুবিধা পালে মানুহে মুকলি মূৰীয়া ঠাইত ৰাখি থোৱা খাদ্য বস্তু থপিয়াই নিয়ে।

(৬০) কুকুৰা (Fishing Eagle) Haltaetus leucoryphus.
Family—Accipitridae. পৰিয়াল—এছিপ্‌ট্ৰিদি।

এবিধ অলপ ডাঙৰ আকাৰৰ শেন জাতীয় চৰাই। গাত উৎপন্ন হোৱা পাখিৰ বৰণ ক'লা চানেকীয়াকৈ মুগা হয় আৰু তাৰ ওপৰত সোণালী ৰঙৰ তিৰবিৰণি থাকে। পানীৰ কাষত থকা ওখ গছৰ ডালৰ ফেৰেঙনিত বাহ সাজে। এই বাহত মাইকী কুকুৰা জনীয়ে কণী পাৰি পোৱালি জগায়। একেটা বাহকে কেবা বছৰো ব্যৱহাৰ কৰে। নতুন ঘাঁহ পাত গোটো-ৱাৰ ফলত এই বাহটোৱে কালক্ৰমত প্ৰকাণ্ড আকাৰ ধাৰণ কৰে। পানীৰ উপৰি ভাগত কমাই ফুৰা মাছ তাৰ চোকা নখেৰে থাপ মাৰি ধৰি লৈ যায় আৰু গছৰ ওপৰত বহি খায়গৈ।

(৬১) বগা চিলনী (Black-winged White Kite) Elanus caeruleus.
Family—Accipitridae. পৰিয়াল—এছিপ্‌ট্ৰিদি।

বগা বৰণৰ এজাক চিলনি পথাৰত বা গছৰ ওপৰত পৰি থকা অৱস্থাত কেতিয়াবা দেখিবলৈ পোৱা যায়। এইবিধ চিলনিৰ



উৎপত্তি তেনেই সামান্য পিঠিৰ আৰু ডেউকাৰ পাখিবোৰে ছাই বৰণীয়া ৰূপ ধাৰণ কৰে। শৰীৰৰ বাকী অংশ বগলী পাখিৰ দৰে ঢৌ ঢৌ কৈ বগা হয়। কেতিয়াবা অকলশৰীয়া ভাৱে আৰু কোনো কোনো সময়ত যোৰা পাতি থকা অৱস্থাত দেখা যায়।

(৬২) মৌখাপ (Serpent Eagle) Haematornus cheela.
Family - Accipitridae. পৰিয়াল—এছিপিট্ৰিদি।
ৰ' মছুংদ' (কাবৰি)

এবিধ ক'লা চানেকীয়াকৈ মুগা বৰণৰ শেন বা চিলনী গোষ্ঠীৰ পক্ষী। মূৰত খোপাৰ নিচিনাকৈ দীঘল পাখি থাকে। বুকুত পথালিকৈ সজোৱা ক'লা দাগৰ উৎপত্তি হয়। তল পেটত ফুটুকা ফুটুকী দাগ থাকে। নেজ ডালৰ ওৰি ভাগৰ তলৰ ফালে এচটা বহলকৈ বগা বৰণৰ পাৰি থাকে। ভেকুলী, নাইপিয়া, নিগনি, সাপ প্ৰভৃতি চিকাৰ কৰি খাই জীৱন ধাৰণ কৰে।

(৬৩) গৰু বগ বা গো-বগলী (Cattle Egret) Bubulcus ibis.
Family – Ardeidae. পৰিয়াল—আৰ্‌দিয়াইডি।
বুগিলা, বুগিল (বাডা) ৰ' লংকম (কাবৰি) মুখিয়া বগলা বা গাই বগলা (হিন্দী)।

সৰু আকাৰৰ বগলী জাতীয় চৰাই। ইয়াৰ গোটেই গাটো কপাহ যেন বগা হয়। ঠোঁটৰ বৰণ হালধীয়া হয়। পথাৰত জাকে জাকে পৰি থকা অৱস্থাত এইবিধ পানী আকলুৱা চৰাইক দেখিবলৈ পোৱা যায়। বাৰিষা কালত কণী পাৰি পোৱালি জগো-ৱাৰ সময় আহি পালে চৰাইবোৰে ৰঙচীয়া পাখি পৰিধান কৰে। মাছ, ভেকুলী খাই জীৱন ধাৰণ কৰে।

(৬৪) ম'হ বগ, পানী-বগ (Little Egret) Egretta garzetta.
Family—Ardeidae. পৰিয়াল—আৰ্‌দিয়াইডি।
বুগিলা, বুগিল (বাডা) ৰ' লংকম (কাবৰি) কিলচিআ বগলা (হিন্দী)

বগলী জাতীয় দ্বিতীয় বিধ বগা পাখিৰ পক্ষী। পথাৰত মাছ ভেকুলী বিচাৰি চৰি ফুৰে। এইবিধ বগলীৰ ঠোঁটটো ক'লা হয়। বাৰিষা কালত মূৰত টিকনিৰ দৰে দুডালমান দীঘল পাখিৰ উৎপত্তি হয়।

(৬৫) আজান চৰাই (Grey heron) Ardea cinerea.

Family—Ardeidae. পৰিয়াল—আৰ্দিয়াইদি।

অঞ্জন (হিন্দী)

এবিধ কণামুচৰি জাতীয় ডাঙৰ আকাৰৰ চৰাই। বগলীৰ নিচিনা দীঘল ঠেঙীয়া চৰাই বিধৰ দুই এটাক কাচিৎ কৰবাতহে দেখিবলৈ পোৱা যায়। বিল নৈৰ কাষৰ বাম পানীত নামি মাছ আদি ধৰি খায়। কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানত থকা বিলত কেতিয়াবা ইয়াক দেখি পাবলৈ আশা কৰিব পাৰি।

(৬৬) কণা-মুচৰি (Pond Heron or Paddy Bird) Ardeola grayii.

Family—Ardeidae. পৰিয়াল—আৰ্দিয়াইডি।

অন্ধা বগলা (হিন্দী)।

এবিধ মটীয়া বৰণৰ পানীত নামি মাছ ধৰা চৰাই। মাছ ধৰিবৰ বাবে ই অলপো লৰচৰ নোহোৱাকৈ বাম পানীত কিম্বা পানীৰ পাৰত ৰৈ থাকে। মাছ কমাই পানীৰ উপৰি ভাগলৈ অহাৰ গম পালেই ঠোঁটেৰে থাপ মাৰি ধৰি লগে লগে গিলি থয়। কীট পতঙ্গ, ভেকুলী আদি ধৰি ধৰিও খায়।

(৬৭) কোৱাক চৰাই (Night heron) Nycticorax nycticorax.

Family—Ardeidae. পৰিয়াল—আৰ্দিয়াইডি।

বাক, কোৱাক, কোকৰই (হিন্দী)।

ৰাতি চৰা আন এবিধ কণা মুচৰি জাতীয় চৰাই। বৰণত পিঠিৰ উপৰি ভাগ আৰু মূৰৰ তালু ক'লা চানেকীয়া হয়। বুকু আৰু তলপেটৰ বৰণ বগা হয়। দিনৰ ভাগত গছৰ ওপৰত টোপনিয়াই টোপনিয়াই থাকি সময় অতিবাহিত কৰে। গধূলি হোৱাৰ লগে লগে লাহেকৈ উৰি উৰি আহি বিলৰ নিচিনা পানীত পৰেহি। জোপ লৈ মাছ, ভেকুলী আদি ধৰি খায়। এক প্ৰকাৰৰ কোৱাক্ কোৱাক্ শব্দ উচ্চাৰণ কৰে।



(৬৮) ইটা গুৰীয়া চৰাই (Chestnat Bittern) Ixobrychus cinnamomeas

Family—Ardeidae. পৰিয়াল—আৰ্দিয়াইডি।

কাঁচ বগলা (হিন্দী) জ্যোৎস্না বগ (হিন্দী)।

কণামুচৰিৰ নিচিনা অথচ বৰণত ৰঙচুৱা আন এবিধ বিচিত্ৰ পক্ষী। বাম পানীত উৎপন্ন হোৱা ঘাঁহ মেটেকাআদি উদ্ভিদৰ তলত চিকাৰ ধৰিবৰ বাবে নিৰলে থিয় দি থাকে। মাছ, বেং আদি প্ৰাণী দেখা পালেই ঠোঁটেৰে খুট মাৰি ধৰি গিলি থয়। শত্ৰু জাতীয় প্ৰাণী ওচৰ চাপি অহাৰ উমান পালে সাউত কৰে উৰা মাৰি নিলগলৈ গুচি যায়।

(৬৯) হাড়গিলা (Adjutant Stork) Leptoptilos dubius.

Family—Ciconidae. পৰিয়াল—চিকোনিডি।

চাংখুলা, লায়জাবা (বাড়া) ৰ' চকাং (কাৰবি) হগিল (হিন্দী)।

ডিঙিত টোটোলা এটা ওলমি থকা এবিধ পানী আকলুৱা পক্ষী। ইয়াৰ ঠোঁটটো অতিপাত ডাঙৰ হয়। পিঠি আৰু ডেউকাত উৎপন্ন হোৱা পাখিবোৰৰ বৰণ ক'লা চানেকীয়া, বুকু আৰু তলপেটৰ পাখিবোৰ বগা হয়। ডেউকাৰ পাখিত পথালি পথালিকৈ সজোৱা বগা পাখিৰ এচটা দাগ থাকে। বাম পানীত নামি দীঘল ঠেং দুখনেৰে খোজ কাঢ়ি মাছ, ভেকুলী আদি ধৰি ধৰি খায়। এই বৰটোকোলা জাতীয় চৰাইৰ আন এটা জাত আছে। এই দ্বিতীয় জাতৰ বৰটোকোলাৰ ডিঙিত কোনো ধৰণৰ মোনা নাথাকে।

দ্বিতীয় বিধক বিজ্ঞান সম্মত ভাৱে Leptoptilos javanicus বুলি কোৱা হয়। অসমীয়া ভাষাত এইবিধ পক্ষীক বৰটোকোলা বুলি হয়।

(৭০) **বগা-ডিঙীয়া বৰটোকোলা (White-necked Stork) Dissura episcopus.**

Family—Ciconiidae. পৰিয়াল—চিকোনিডি।

এইবিধ বৰটোকোলাৰ দেহত উৎপন্ন হোৱা পাখিবোৰৰ বৰণ সম্পূৰ্ণ ক'লা হয়। ডিঙিৰ পৰা মূৰৰ তল ভাগত থকা পাখিবোৰ বগা হয়। এই বিধ বৰটোকোলা অসমৰ থলুৱা চৰাই নহয়। জাৰকালি অন্য ঠাইৰ পৰা দুই চাৰিটা চৰাই আহি অস্থায়ী ভাৱে কোনো কোনো ঠাইত থানথিত লয়হি।

(৭১) **তেলীয়া সাৰেং (Black-necked Stork) Xenorhynchus asiaticus.**

Family—Ciconiidae. পৰিয়াল—চিকোনিডি।

লোহাৰজঙ্গ, লোহ সাৰং (হিন্দী)।

তেলীয়া সাৰেং নামেৰে জনাজাত বৰটোকোলা গোষ্ঠীৰ চৰাই এবিধক মাজে সময়ে পথাৰত চৰি ফুৰা অৱস্থাত দেখিবলৈ পোৱা যায়। আছুতীয়া ঠাইত থকা বিল আদিৰ বাম চানেকীয়া পানীত এইবিধ পক্ষীৰ দুই এটাক বৰটোকোলা, পানীকাউৰী, বগলি, কণামুচৰি আদি চৰাইৰ সহযোগত চৰি ফুৰা দেখা যায়। ওখ গছত বাহ সাজে।

(৭২) **শামুক-ভঙা (Open-billed Stork) Anastomus oscitans.**

Family—Ciconiidae. পৰিয়াল—চিকোনিডি।

গুৰলা, ধোনধীলা, ধোনধিল (হিন্দী)

শামুক-ভঙাক বৰটোকোলা গোষ্ঠীৰ অন্যতম পক্ষী বুলি গণ্য



কৰা হয়। এইবিধ বৰটোকোলাৰ দেহত উৎপন্ন হোৱা পাখিবোৰ বগা হলেও ডেউকাৰ পাখিৰ আগ ভাগ আৰু নেজডাল ক'লা হয়। ওপৰ আৰু তলৰ ঠোঁটৰ মাজত এটা ফাঁক থাকে। খবালি মহীয়া এইবিধ বিচিত্ৰ পক্ষী অসমলৈ আহি পথৰুৱা ঠাইবোৰত জাকপাতি থাকেহি।

(৭৩) **ধেৰা বা ভেলা (Pelicans) Pelecanus philippensis.**

Family—Pelecanidae. পৰিয়াল—পেলিকানিডি।

ব' জাৰং (কাৰবি) হৱাসিল, কুৰেড় (হিন্দী)।

ধেৰা বা পেলিকান গোষ্ঠীৰ মাত্ৰ এবিধ চৰাই অসমত বাস কৰা দেখা যায়। এইবিধ ধেৰাক থাউকতে ছাই বৰণীয়া ধেৰা (Grey Pelican) নামেৰে অভিহিত কৰা হয়। অসমৰ কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ অন্তৰ্গত থকা শিমলু গছত ইহঁতে বাহ সাজি কণী পাৰে আৰু পোৱালিও জগায়। ইয়াৰ ঠোঁটটো আকাৰত অতিপাত ডাঙৰ হয়। তলৰ ঠোঁটত এখন পাতলীয়া ছালৰ মোনা থাকে। পানীত মাছ ধৰাৰ সময়ত এইবিধ চৰায়ে এই মোনাটো জাকৈৰ দৰে ব্যৱহাৰ কৰে। বহুতো চৰাই পানীত নামি একেলগে মাছ ধৰা দৃশ্য চাবলৈ বৰ ভাল লাগে।

(৭৪) **পানী কাউৰী (Little Cormorant) Phalacrocorax niger.**

Family—Phalacrocoracidae. পৰিয়াল—ফালক্ৰোকৰাছিড়ি

ক্ৰাওকাও (বাডা) ব' লাংজাক (কাৰবি) পেকাম (মিছিং) পনকোৱা বা জলকাক (হিন্দী)।

পানী কাউৰী এবিধ দীঘলীয়া আকাৰৰ বিচিত্ৰ চৰাই। পানীত সাতোঁৰা আৰু বুৰ মাৰি পানীৰ তলেদি বহুত দূৰলৈ যোৱা বিষয়ত এইবিধ পক্ষীয়ে অসীম ব্যুৎপত্তি প্ৰদৰ্শন কৰে। জাক পাতি বাস কৰে আৰু পানীৰ তলেদি বুৰ মাৰি যোৱা সময়ত ঠোঁটেৰে মাছ

ধৰি পানীৰ উপৰি ভাগলৈ উঠাই আনি গিলি থয়হি। কাউৰী চৰাইৰ দৰে সমস্ত দেহত উৎপন্ন হোৱা পাখিবোৰে ক'লা ৰৰণ ধাৰণ কৰে। যিজোপা গছত এইবিধ চৰায়ে জাককৱাকৈ বাহ সাজি কণী পাৰে আৰু সময়ত পোৱালি জগায় সেই গছৰ তল-খন বিষ্ঠাৰে উপচি পৰিলে দুৰ্গন্ধ ময় পৰিবেশৰ উদ্ভৱ হয়।

(৭৫) **দৈকলা (Large Cormorant)** Phalacrocorax carbo.
Family—Phalacrocoracidae. পৰিয়াল—ফালক্ৰোকৰাছিডি।

দৈকলা নামেৰে জনাজাত পক্ষীক পানীকাউৰী চৰাইৰে অন্যতম সংস্কৰণ বুলি গণ্য কৰিব পাৰি। এইবিধ পক্ষীয়েও পানীত নামি সাতোঁৰে আৰু বুৰ মাৰি মাছ ধৰে। কেতিয়াবা গাইগুটীয়া ভাৱে আৰু কোনো কোনো ক্ষেত্ৰত বহুতো পক্ষী লগ হৈ পানীত নামে। মাছ ধৰা বিষয়ত পানী কাউৰীৰ চাবিত্ৰিক গুণাগুণ প্ৰদৰ্শন কৰে।

(৭৬) **মণিয়ৰি (Darter or Snake Bird)** Anhinga melanogaster.
Family—Anhingidae. পৰিয়াল—আনহিংগিডি।
সৰ্পপক্ষী, পনডব্বী, বানৰী (হিন্দী)।

দীঘল আকাৰৰ ক'লা বৰণীয়া পানীত চৰা চৰাই। ইয়াৰ ডিঙিটো আৰু ঠোঁট ডালে অতিপাত দীঘল ৰূপ ধাৰণ কৰে। নদী বিলৰ পানীত নামি সময় অতিবাহিত কৰে আৰু মাছ আদি পানীত থকা জীৱ ভক্ষণ কৰি জীৱন ধাৰণ কৰে।

(৭৭) **গঙা-চিলনী (River-tern)** Sturna aurantia.
Family—Laridae. পৰিয়াল—লাৰিডি।
গংগাচীল (হিন্দী)।

এবিধ পানীৰ উপৰি ভাগত উৰি উৰি ফুৰা সৰু আকাৰৰ দীঘলীয়া চৰাই। গাৰ বৰণ ছাইৰ নিচিনা কিম্বা বগা চানেকী-



য়াকৈ মদকৱা হয়। সাধাৰণতে বহুতো সংখ্যক চৰাই একে-ডোখৰ ঠাইত সিচৰতি হৈ উৰি ফুৰা দেখিবলৈ পোৱা যায়। পানীৰ উপৰিভাগৰ শূইনত পাখি মাৰি কিছু সময় জোপ লৈ থকাৰ পিছত চৰাইটোৱে হঠাৎ পানীত ডুব মাৰি এটা মাছ ধৰে। মাছটো ঠোঁটেৰে কামোৰ মাৰি ধৰি লৈ ওপৰলৈ উৰা মাৰে আৰু উৰি উৰি যোৱা সময় খিনিতে মাছটো গিলি উদৰস্থ কৰে।

(৭৮) **বালি ঘেঁৰা (Lapwing)** Lobipluvia malabarica.
Family—Charadriidae. পৰিয়াল—কাৰাদ্ৰিয়াইডি।
টিট্টিটম (হিন্দী)।

এবিধ মুকলি পথাৰত চৰি ফুৰা দীঘল ঠেঙীয়া চৰাই। গাত উৎপন্ন হোৱা পাখিৰ বৰণ মদকৱা হয়। মূৰৰ উপৰি ভাগত আৰু দেহৰ কাষত দীঘলীয়াকৈ ক'লা বৰণীয়া পাখিৰ উৎপত্তি হয়। ঠেং দুখন আৰু ঠোঁটৰ গুৰি ভাগৰ বৰণ হালধীয়া। এইবিধ চৰায়ে দীঘল সুৰত টেঁ টেঁ শব্দ উচ্চাৰণ কৰি উৰি ফুৰে। পথাৰত পৰি থকা সময়তো মাজে সময়ে এনে শব্দ উচ্চাৰণ কৰে।

(৭৯) **বালি খুচৰা (Sand-piper)** Tringa glareola.
Family—Charadriidae. পৰিয়াল—কাৰাদ্ৰিয়াইডি।

এবিধ দীঘল ঠেঙীয়া ফুটুকা ফুটুকী চৰাই। বুকু আৰু তলপেটত থকা পাখিৰ বৰণ বগা হয়। পিঠিত সামান্য ধৰণৰ ফুটুকা ফুটুকী দাগ থাকে। এইবিধ চৰাই অতিথিৰ বেশত দূৰ দূৰণিৰ পৰা আমাৰ ইয়ালৈ আহে। খৰালিৰ আগে আগে আহি গৰমৰ দিনত প্ৰত্যাবৰ্তন কৰে।

(৮০) **চেৰেকা চৰাই (Common Snipe)** Capella gallinago.
Family—Charadriidae. পৰিয়াল—কাৰাদ্ৰিয়াইদি।
চহা (হিন্দী)।

সৰু আকাৰৰ মুগা বৰণীয়া চৰাই। বিল নদীৰ পাৰৰ বালি-মঁহীয়া ঠাইত আৰু বাম ঠাইৰ ঘাঁহনিত চৰি ফুৰে।

(৮১) অঁাকুৰা ঠুটীয়া বালি খুচৰা (Curlew) Numenius arquata.

Family—Charadriidae. পৰিয়াল—কাৰাদ্ৰিয়াইডি।
গুনিয়াৰ, বড়ী গুলিন্দা (হিন্দী)

এবিধ বেকা ঠুটীয়া মুগা বৰণীয়া চৰাই। জাৰকালি আমাৰ অসমলৈ আহি নদী নলাৰ পাৰত চৰি ফুৰে। বাৰিষাৰ আগে আগে প্ৰত্যাগমণ কৰে।

(৮২) দল ম'ৰা (Bronze-winged Jacana) Metopedius indicus.

Family—Jacanidae. পৰিয়াল—জাকানিডি।
পীপী, কুণ্ডই, কটোই (হিন্দী)

এবিধ তাম বৰণীয়া দীঘল ঠেঙীয়া চৰাই। মূৰ আৰু বুকুত উৎপন্ন হোৱা পাখিবোৰৰ বৰণ ক'লা চানেকীয়া। পদুমনি, দলনি আৰু ভেট ফুল উৎপন্ন হোৱা জলাশয় বিলাকে এইবিধ পক্ষীৰ বাবে অনুকূল পৰিবেশৰ সৃষ্টি কৰে। ঠেঙৰ তলুৱাত উৎপন্ন হোৱা আঙুলি আৰু নখবোৰ অতিপাত দীঘল হয়। দীঘল আঙুলি বিলাকৰ সহায়ত চৰাইটোৱে সহজে ওপঙি থকা পাত বা অন্যান্য উদ্ভিদৰ ওপৰত খোজ কাঢ়ি ফুৰিব পাৰে।

(৮৩) জলময়ুৰ বা কুকুৰা নেজীয়া দল ম'ৰা (Pheasant-tailed Jacana) Hydrophasianus chirurgus.

Family Jacanidae. পৰিয়াল—জাকানিডি।
পিহু, পিহুয়া (হিন্দী)

এবিধ বগা আৰু চকলেট বৰণীয়া পাখি থকা পানীত চৰা বিচিত্ৰ চৰাই। নেজ ডাল দীঘল হয়। চৰাইটোৰ ডিঙি আৰু



মূৰৰ আগফালত উৎপন্ন হোৱা পাখিবোৰৰ বৰণ বগা হয়। ঠিক সেইদৰে দেহৰ দুয়ো কাষে থকা পাখি ডেউকাত দুচটা বগা বৰণৰ পট্টিৰ উদ্ভৱ হয়। দীঘল ঠেং দুখনৰ তলুৱাত উৎপন্ন হোৱা আঙুলিবোৰৰ সহায়ত চৰাইটোৱে ওপঙি থকা উদ্ভিদৰ ওপৰেদি অনায়াসে খোজ কাঢ়ি যাব পাৰে। ঘাঁহ-বন আৰু কীট-পতঙ্গ আদি ভক্ষণ কৰি এইবিধ পক্ষীয়ে জীৱন ধাৰণ কৰে।

(৮৪) কাম চৰাই (Purple Moorhen) Porphyrio poliocephalus.

Family—Rallidae. পৰিয়াল—ৰেলিডি।
কৈম, খাৰীম ফাম (হিন্দী)

এবিধ বেঙুনীয়া ৰঙৰ ধুনীয়া চৰাই। দ-চানেকীয়া ঠাইত বা পানী জমা থকা পথৰুৱা এলেকাত বাস কৰে। পানীত উপঙি থকা ঘাঁহ-বনৰ ওপৰত আঙুলি আৰু নখ দীঘল ঠেং দুখনৰ সহায়ত অতি সহজে খোজ কাঢ়ি ফুৰিব পাৰে। পথাৰত পকি থকা ধানবোৰ খাই এইবিধ চৰায়ে মানুহৰ ক্ষতি সাধন কৰে। ভয়ৰ সঞ্চাৰ হলে ইহঁতে দৌৰি দৌৰি গৈ ঘাঁহ বনৰ মাজত আশ্ৰয় লয়গৈ। বাধ্যত পৰিলে উৰা মাৰি অলপ নিলগলৈ যোৱাৰ ব্যৱস্থা কৰে।

(৮৫) ডাউক (Waterhen) Amaurornis phoenicurus.
Family—Rallidae. পৰিয়াল—ৰেলিডি।
তৰা ডাকুৰা (বাঙা) ডৌক, জল মুৰ্গী (হিন্দী)।

এবিধ ক'লাকৈ ছাই বৰণীয়া পানী আৰুলুৱা বিচিত্ৰ চৰাই। দলনি মেটেকানি আদিৰে ভৰপুৰ হৈ থকা জলাশয় আৰু দ চানেকীয়া ঠাইবোৰত নিগাজীকৈ বাস কৰিবলৈ লয়। বুকু, তলপেট, ডিঙিৰ আগ আৰু চকুৰে সৈতে মূৰৰ সন্মুখ ভাগত উৎপন্ন হোৱা পাখিবোৰ সম্পূৰ্ণ ৰূপে বগা হয়। পানীৰ ওপৰত উপঙি থকা

উদ্ভিদ, জাবৰ আদিৰ ওপৰত দীঘল ঠেং কেইখনেৰে দৌৰা দৌৰি কৰি ঘূৰি ফুৰে আৰু কীট পতঙ্গ আদি ধৰি ধৰি খায়। খোজ কাঢ়ি আহি আহি দুই এটাই মানুহৰ বাৰীত সোমাইহি আৰু চোতালত সাৱধানেৰে হাঁহ কুকুৰাৰ দৰে ঘূৰা ঘূৰি কৰে। দীঘল সুৰত "কোৱাক কোৱাক" শব্দ একে লেঠাৰিয়ে উচ্চাৰণ কৰি, হুলস্থূলীয়া পৰিবেশৰ সৃষ্টি কৰে।

(৮৬) **কুট, কোঢ়া (Coot) Fulica atra.**

Family – Rallidae. পৰিয়াল—ৰেলিডি।

আৰী, ঠেকৰী, খুচকুল, সৱাৰ (হিন্দী)।

দেখাত হাঁহ জাতীয় চৰাই যেন লাগে। পানীত সাতোঁৰি সাতোঁৰি সময় অতিবাহিত কৰে। বিল আদিৰ পানীত গাইগুটীয়া ভাৱে কিম্বা কেইবাটাও পক্ষী লগ লাগি সাতোঁৰি ফুৰে। ভয় খোৱাৰ কাৰণ সঞ্চাৰ হ'লে পানীত বুৰ মাৰি পানীৰ তলে তলে গৈ বহু দূৰ পায় আৰু নিলগত পুনৰ পানীৰ উপৰি ভাগত দেখা দিয়ে। উৰিব পৰা গুণ থাকিলেও এইবিধ চৰায়ে উৰি ফুৰিবলৈ বৰ ইচ্ছা নকৰে। পানীত উৎপন্ন হোৱা উদ্ভিদৰ কুমলীয়া পাত বা ফুল আৰু কীট-পতঙ্গ আদি খাই জীৱন ধাৰণ কৰে।

(৮৭) **উলুম'ৰা (Bengal Florican) Eupodotis bengalensis.**

Family—Otidae. পৰিয়াল—অটিডি।

তৃণময়ূৰ (হিন্দী)।

উলুৱলি, বৰতানিৰ মাজত আলেঙে আলেঙে চৰি ফুৰা এবিধ বিচিত্ৰ পক্ষী। গাত উৎপন্ন হোৱা পাখিবোৰৰ বৰণ মুগা চানেকীয়া হয়। মানুহ কিম্বা অন্য কোনো শত্ৰু জাতীয় প্ৰাণী কাষ চাপি অহাৰ উমান পালে লাহেকৈ হাবিৰ মাজত সোমাই আত্ম গোপন কৰে।



(৮৮) **কৰ্চন (Sarus Crane) Antigone antigone.**

Family—Gruidae. পৰিয়াল—গ্ৰুইডি।

সাৰস (হিন্দী)।

এবিধ দীঘল ডিঙীয়া বিতোপন চৰাই। ঠেং দুখন অতিপাত দীঘল হয়। মূৰ আৰু ডিঙিৰ কিছু অংশত কোনো পাখিৰ উদ্ভৱ হোৱা দেখা নাযায়। এই ঠাই ডোখৰ ৰঙা বৰণীয়া ছালৰ দ্বাৰা আবৃত হৈ থাকে। বিল আদি জলাশয়ৰ দাঁতি কাষৰীয়া দ-ঠাই আৰু খেতি পথাৰৰ মাজৰ মুকলি মুৰীয়া পৰিবেশত গাইগুটীয়া ভাৱে কিম্বা কেইবাটাও চৰাইৰ বিক্ষিপ্ত সমাবেশত এইবিধ পক্ষীক বিচৰণ কৰি ফুৰা দেখা যায়। অসমত ইয়াৰ উৎপত্তি নাই বুলি কব পাৰি। খৰালি কালত দুই চাৰিটা চৰাই অকস্মাতে উৰি উৰি আহি ইয়াৰ নদী বিলৰ কাষত অস্থায়ী ভাৱে থানথিত লয়হি। এইবিধ বিচিত্ৰ পক্ষীয়ে গোটেই জীৱন যোৰাপাতি বাস কৰা দেখিবলৈ পোৱা যায়।

(৮৯) **গ্ৰেব (Little grebe) Podiceps ruficollis.**

Family—Podicipidae. পৰিয়াল—পদিছিপিডি।

পানীত চৰি ফুৰা হাঁহৰ নিচিনা চৰাই। গাত আৰু মূৰত উৎপন্ন হোৱা পাখিৰ বৰণ মুগাকৈ বগচীয়া হয়। বুকুত আৰু তলপেটত গজা পাখিবোৰে বগা চানেকীয়া ৰূপ ধাৰণ কৰে। ঠোঁটটো দীঘলকৈ আগ জোঙা হয়। নৈ বিলৰ পানীত কেতিয়াবা গাইগুটীয়া ভাৱে আৰু কোনো কোনো সময়ত জাককৰাকৈ সাতোঁৰি ফুৰা অৱস্থাত দেখিবলৈ পোৱা যায়। কীট-পতঙ্গ, মাছ আদি ভক্ষণ কৰি এইবিধ পক্ষীয়ে জীৱন ধাৰণ কৰে।

(৯০) **দেও ৰাজহাঁহ (Grey lag Goose) Anser anser**

Family—Anatidae. পৰিয়াল—এনাটিডি।

দোগ্ৰোব (আছিক) দো-মা (আছিক) ব' তুংহাৰ (কাৱৰি)

এইবিধ বনৰীয়া ৰাজহাঁহ জাৰকালি আমাৰ দেশলৈ আহি অস্থায়ী ভাৱে নৈ বিল বিলাকত থানথিত লয়হি । কাজিৰঙা ৰাষ্ট্ৰিয় উদ্যানৰ বিল বিলাকত বহু সংখ্যক দেও ৰাজহাঁহ জাকে জাকে পৰা দেখিবলৈ পোৱা যায় ।

(৯১) ধুতৰাজ (Bar-headed Goose) Anser indicus.
Family—Anatidae. পৰিয়াল —এনাটিডি ।
দো-মা (আছিক) ৰ' তংহাৰ (কাৰবি) ৰাজহংস, বিখ্যাং সবান (হিন্দী) ।

আমাৰ দেশলৈ জাৰকালি জাকে জাকে উৰি উৰি আহি নৈ বিলত অস্থায়ী ভাৱে বাস কৰিবলৈ লোৱা দ্বিতীয় বিধ বনৰীয়া ৰাজহাঁহক ধুতৰাজ বুলি কোৱা হয় । এইবিধ দেও ৰাজহাঁহৰ পিঠি আৰু দেউকাত উৎপন্ন হোৱা পাখিবোৰৰ বৰণক' লা চানেকীয়া হয় । মূৰৰ ওপৰৰ ফালে ক'লা ৰঙৰ দুচটা পাৰি থাকে । তলপেট আৰু ডিঙিৰ তল ভাগত বগা পাখিয়ে প্ৰাধান্য লাভ কৰে ।

(৯২) চাকৈ চকোৱা (Ruddy Sheldrake or Brahminy Duck) Casarea feruginea.
Family—Anatidae. পৰিয়াল -এনাটিডি ।
ঙ্টো-মায়খো (বাড়া) চকৱা-চেকৱী (হিন্দী) ।

এবিধ ৰঙচুৱা বৰণৰ হাঁহ জাতীয় চৰাই । শৰৎ কালত আমাৰ অসমলৈ আহি নৈ বিল বিলাকত পৰে । সাধাৰণতে যোৰা পাতি থাকে । কেতিয়াবা পানীত সাতোঁৰি ফুৰা অৱস্থাত দেখা যায় আৰু কেতিয়াবা পানীৰ কাষৰ বালিয়া মাটিত থাকি ৰ'দ লয় । বসন্ত কাল আহি পালে প্ৰত্যাবৰ্তন কৰে । আমাৰ মানুহে মাইকী জনীক চাকৈ আৰু মতাটোক চকুৱা বুলি কয় ।

(৯৩) শুভ্ৰ পাখিৰ দেৱেহাঁহ (White-winged Wood Duck) Cairina scutulata.



Family—Anatidae. পৰিয়াল—এনাটিডি ।

থলুৱা ভাৱে বাস কৰা এবিধ হাঁহ জাতীয় পক্ষী । ৰাতি হলে গছৰ ওপৰত থাকে আৰু দিনৰ ভাগত গছৰ পৰা উৰি আহি গভীৰ অৰণ্য ভূমিৰ মাজত থকা নৈ বিলত পৰেহি । পাখিৰ বৰণ ক'লা চানেকীয়া হয় আৰু ডিঙি আৰু মূৰত ফুটুকা ফুটুকী দাগ থাকে । ডেউকাৰ পাখিৰ তলত এচটা বগা দাগ থাকে । উজনি অসমৰ বনাঞ্চল বিলাকত ঠাই অনুযায়ী বাস কৰা পৰিলক্ষিত হয় । এইবিধ বিচিত্ৰ পক্ষীক দুষ্প্ৰাপ্য চৰাই বুলি গণ্য কৰা হৈছে ।

(৯৪) দীঘল নেজী হাঁহ (Pintail Duck) Anas acuta.
Family—Anatidae. পৰিয়াল—এনাটিডি ।
সীঁখপৰ ডিগোঁচ (হিন্দী) ।

এবিধ দীঘল নেজীয়া বনৰীয়া হাঁহ । বৰণত মুগা চানেকীয়া হয় । জাৰকালি আমাৰ ইয়ালৈ আহি নৈ বিল বিলাকত অস্থায়ী ভাৱে থাকিবলৈ লয়হি । বাৰিষাৰ আগে আগে প্ৰত্যাগমন কৰে ।

(৯৫) শৰালি হাঁহ (Whisling Teal) Dendrocygna javanica.
Family—Anatidae. পৰিয়াল—এনাটিডি ।
খেদ, খেদে, চাৰালি (বাড়া) ।

এবিধ ৰঙচুৱা বৰণৰ ধূনীয়া হাঁহ । ঘাঁহ-বন জাতীয় উদ্ভিদ থকা বিল আদি জলাশয়ত জাকৰুৱাকৈ বাস কৰা দেখিবলৈ পোৱা যায় । এইবিধ হাঁহে এক প্ৰকাৰৰ সুহুৰি মৰাৰ নিচিনা শব্দ উচ্চাৰণ কৰে । ভেকুলী, মাছ শামুক আদি খাই জীৱন ধাৰণ কৰে ।

(৯৬) ঘিলা হাঁহ (Cotton Teal) Nettapus coromandelianus.

Family—Anatidae. পৰিয়াল—এনাটিডি ।

গিৰআ, গুড়গুড়া (হিন্দী) ।

সৰু আকাৰৰ বনৰীয়া হাঁহ । গাত উৎপন্ন হোৱা পাখিৰ বৰণ ৰঙচুৱাকৈ মুগা হয় । পানীত জাক পাতি চৰি ফুৰে । জাকে জাকে আকাশলৈ উৰি উৰি যায় ।

**(৯৭) ৰঙা মূৰী (Pochard) Aythya rufa.**

Family—Anatidae. পৰিয়াল—এনাটিডি ।

ৰঙচুৱা বৰণৰ সৰু আকাৰৰ বনৰীয়া হাঁহ । আজিকালি জাকে জাকে উৰি উৰি আহি আমাৰ নৈ বিল বিলাকত অস্থায়ী ভাৱে থানথিত লয়হি ।

**(৯৮) মাৰগেনচাৰ বা কঁৰত ঠুঁটিয়া হাঁহ (Merganser)**

Family—Anatidae. পৰিয়াল—এনাটিডি ।

এবিধ দীঘল ঠুঁটীয়া হাঁহ গোষ্ঠীৰ পক্ষী । পানীত সাতোঁৰি সাতোঁৰি মাছ ধৰি খায় । হিমালয় পৰ্বত মালাৰ নামনিয়েদি বৈ অহা নদীত এই জাতীয় হাঁহৰ উৎপত্তি পৰিলক্ষিত হয় । মানাহ অভয়াৰণ্যৰ উত্তৰ সীমাত থকা বেকী আৰু মানাহ নদীৰ সঙ্গম স্থলত আৰু শোণিতপুৰ জিলাৰ জীয়াভৰলী নদীৰ উপৰি ভাগত এইবিধ হাঁহক দেখি পাবলৈ আশা কৰিব পাৰি ।

—০—

# সৰীসৃপ গোষ্ঠীৰ প্ৰাণীবোৰ

## REPTILES

**(১) ঘৰিয়াল (Gharial) Gavialis gangeticus.**

Family—Crocodilidae. পৰিয়াল—ক্ৰকোদাইলিডি ।

ঘৰিয়াল (আছিক) গিমালা (ৰাভা)

সৰীসৃপ গোষ্ঠীৰ এবিধ ডাঙৰ আকাৰৰ উভয়চৰ প্ৰাণী । জেঠীৰ নিচিনা এইবিধ বিচিত্ৰ প্ৰাণীৰ গোটেই দেহটো ৰৌ মাছৰ বাকলিৰ নিচিনা কঠিন বাকলিৰে আবৃত হৈ থাকে । ইয়াৰ মুখ খন দীঘলীয়া হয় । ঠোঁটটোৰে সৈতে মূৰ ভাগে এখন হেতাৰ ৰূপ ধাৰণ কৰে । দুয়ো ঠোঁটত দীঘল দীঘল দাঁত থাকে আৰু নেজ ডালৰ ওপৰ ভাগ কৰতৰ দাঁতৰ নিচিনা হয় । আগতে এইবিধ ঘৰিয়াল ব্ৰহ্মপুত্ৰ নদ আৰু ইয়াৰ উপনদী বোৰত ঠায়ে ঠায়ে দেখিবলৈ পোৱা গৈছিল । এতিয়া অসমত ইয়াৰ বংশ উচ্ছেদ হৈ যোৱাৰ প্ৰমাণ পোৱা গৈছে ।

**(২) মগৰ (Marsh Crocodile) Crocodilus pelustris.**

Family—Crocodilidae. পৰিয়াল—ক্ৰকোদাইলিডি ।

ঘৰিয়াল (আছিক) গিনাল (ৰাভা)

এইবিধ ঘৰিয়ালৰ মুখখন জেঠীৰ দৰে ভোটা হয় । সাধাৰণতে বিল আদিত জমা হৈ থকা সোঁত বিহীন পানীত এইবিধ ঘৰিয়াল বাস কৰা দেখা যায় । অৱশ্যে ব্ৰহ্মপুত্ৰকে আৰম্ভ কৰি কোনো কোনো উপনদীৰ ঘূলি কিছুমানত এইবিধ ঘৰিয়াল জাতীয় প্ৰাণীকো অতীজতে দেখিবলৈ পোৱা গৈছিল । মানুহে একাদিক্ৰমে বধ কৰিবলৈ আৰম্ভ কৰাৰ পিছত আজিকালি এইবিধ ঘৰিয়ালবো বংশ আমাৰ অসমত উচ্ছেদ হৈ গৈছে বুলি প্ৰমাণিত হৈছে ।

(৩) গুই (Monitor Lizard) Varanus indicus.
Family—Varanidae. পৰিয়াল—ভাৰানিডি ।
মাথা (ৰাভা) ।

এবিধ অলপ ডাঙৰ আকাৰৰ জেঠী জাতীয় প্ৰাণী । মাটিত বগাই ফুৰে আৰু গছতো উঠিব পাৰে ।

(৪) পানী গুই (Water Lizard)
Family—Varanidae. পৰিয়াল—ভাৰানিডি ।

এবিধ পানীত বাস কৰা গুই গোষ্ঠীৰ প্ৰাণী । ইয়াৰ ঠেং কেইখন দীঘল আৰু মুখখন জোঙাকৈ দীঘল চানেকীয়া হয় । ইয়াৰ গাত সৰু সৰু বাকলি থাকে ।

(৫) টেকটো গুই, কেঁকো সাপ (Gecko) Gecko verticillatus.
Family—Geckonidae. পৰিয়াল—গেকোনিডি ।
কাৰু (কাৰবি)

গুইৰ নিচিনা এবিধ সৰীসৃপ গোষ্ঠীৰ প্ৰাণী । ডাকবঙলা আদি সততে মানুহ বাস নকৰা ঘৰত আশ্ৰয় লৈ বেৰে চালে বগাই ফুৰে । কিছুমানে গছৰ ওপৰৰ ফালে থকা ডালৰ কেৰেপনিত থাকিবৰ বাবে সুবিধাজনক ঠাই বিচাৰি লয় । মাজে সময়ে 'কেঁক্কো' 'কেঁক্কো' শব্দ উচ্চাৰণ কৰে ।

(৬) নাইপিয়া (Common Lizard) Lacerta vivipara.
Family—Laceridae. পৰিয়াল—লেচাৰিডি ।

এবিধ মজলীয়া আকাৰৰ জেঠীৰ নিচিনা প্ৰাণী । ইয়াৰ গাটো মিহি হয় আৰু বৰণত ই সেউজীয়াকৈ ক'লা ৰূপ ধাৰণ কৰে । তল সৰা গছৰ পাত, পৰি থকা গছৰ কুণ্ডা বা পাথৰৰ তলত সোমাই সোমাই পৰি থাকে আৰু খোৱা বস্তু বিচাৰি ইফালে



সিফালে পৰিভ্ৰমণ কৰে । পকী বেৰা, গছৰ ডাল আদিতো বগাই ফুৰা অৱস্থাত মাজে সময়ে দেখিবলৈ পোৱা যায় ।

(৭) কোকলোঙা বা তেজপিয়া (Chameleon) Chameleon chameleon.
Family—Chamaeleontidae. পৰিয়াল—কেমেলিওন্টিডি ।
গাৰা (আছিক) উৰেং, মামতাপ আউৰেং (কাৰবি)

এবিধ সৰীসৃপ গোষ্ঠীৰ অন্যতম বিচিত্ৰ প্ৰাণী । মূৰৰ ওপৰ ভাগত এক প্ৰকাৰৰ কিৰিটি থাকে । ইচ্ছা অনুযায়ী ই মূৰটো ইফালে সিফালে ঘূৰাই চোৱা-চুই কৰিব পাৰে । গাৰ বাকলি বা ছালৰ বৰণ সাধাৰণতে ছাইৰ নিচিনা হয় । কিন্তু গাৰ বৰণ লাহে লাহে সলনি হৈ ই কেতিয়াবা অলপ ৰঙা আৰু কেতিয়াবা নীলা ৰূপ ধাৰণ কৰা দেখা যায় । ছালৰ উপৰি ভাগত এক প্ৰকাৰৰ সৰু সৰু বাকলিৰ বিকাশ সাধন হয় । সৰু-সুৰা গছৰ ডালে পাতে কিম্বা ঘাঁহ বনৰ ওপৰত বগাই ফুৰা অৱস্থাত ইয়াক দেখিবলৈ পোৱা যায় ।

(৮) জেঠী (Wall Lizard) Lacerta viridis.
Family—Chamaeleontidae. পৰিয়াল—কেমেলিওন্টিডি ।

মানুহৰ ঘৰৰ বেৰে-চালে বগাই ফুৰা এবিধ সৰীসৃপ গোষ্ঠীৰ প্ৰাণী । খহি সৰি পৰাৰ কোনো আশঙ্কা নথকাকৈ জেঠীয়ে অতি দ্ৰুত গতিত বেৰে-চালে বগাই ফুৰিব পাৰে । পোক, পৰুৱা, চগা আদি ধৰি ধৰি খোৱাত ই বিশেষ ব্যুৎপত্তি প্ৰদৰ্শন কৰে ।

## সাপ (SNAKES)

অসমৰ বনভূমি বিলাকে কেবা প্ৰকাৰৰ সাপ ধাৰণ কৰে । অৰণ্য ভূমিৰ বাহিৰেও অন্যান্য বহুতো পৰিবেশত সাপৰ উৎপত্তি পৰিলক্ষিত হয় । কোনো প্ৰকাৰৰ ঠেং ধাৰণ নকৰা এই সৰীসৃপ

গোষ্ঠীৰ প্ৰাণী বিলাকে মানৱ মনত সীমাহীন কৌতুহলৰ সৃষ্টি কৰি আহিছে। ইয়াৰে কিছুমান সাপে বিষাক্ত বীজ ধাৰণ কৰে। দেখাত ভয়ংকৰ হলেও আন কিছুমান জাতৰ সাপে তেনে ধৰণৰ বিষযুক্ত ৰস ধাৰণ নকৰে। তলত কেইবিধ মান সাপৰ সংক্ষিপ্ত বৰ্ণনা দিবলৈ সদ্যহতে চেষ্টা কৰা হ'ল।

**(১) অজগৰ সাপ (Python) Python molurus.**
**Family—Boidae.** পৰিয়াল—ব'ইডি।
চিপু নক্‌মা (আছিক)

প্ৰকাণ্ড আকাৰৰ সাপ গোষ্ঠীৰ প্ৰাণী। অসমত বাস কৰা সাপ গোষ্ঠীৰ প্ৰাণী বিলাকৰ ভিতৰত অজগৰ সাপ আকাৰত আটাইতকৈ ডাঙৰ। ছালৰ ওপৰত থকা বাকলিৰ বৰণ চিলা-পখৰা হয়। গছৰ ডালৰ ফেৰেঙনি, পাথৰৰ ফাঁক আৰু মাটিৰ ওপৰৰ সুবিধা জনক ঠাইত ই নোৰাগাতি পৰি থাকে। ইয়াৰ জিভাত কোনো বিষাক্ত বীজ নাথাকে। অলপ ডাঙৰ আকাৰৰ প্ৰাণীও ই সহজে গিলি খাব পাৰে।

**(২) চকৰী ফেঁটী সাপ (Cobra) Naja naja naja.**
**Family—Colubridae.** পৰিয়াল—ক'লব্ৰিডি।
চিপ্‌গাম (আছিক)

এবিধ বিষযুক্ত ভয়ানক সাপ। ফেঁটী সাপ। অতি খঙাল বুলি জনা যায়। দেহৰ আগ ভাগ মাটিৰ ওপৰত লম্ব ভাৱে থিয় কৰি ই শত্ৰু জাতীয় প্ৰাণীক আক্ৰমণ কৰিবলৈ উদ্যত হয়। ফেঁটৰ পিছ ফালে দুটা চকৰ থাকে। ভেকুলী, বেং আদি খাই ই জীৱন ধাৰণ কৰে।

**(৩) মাটি সাপ (Common Worm Snake) Typhlina bramina.**
**Family—Ophidae.** পৰিয়াল—অ'ফিডি।

এবিধ সৰু আকাৰৰ সাপ জাতীয় প্ৰাণী। দেখাত কেচুৰ নিচিনা। মাটিৰ তলত, কাঠৰ কুণ্ডাৰ তলত কিম্বা সেমেকা পাত আদিৰ তলত বাস কৰে। ৰাতি বাহিৰলৈ ওলাই আহে। হাতেৰে চুলে কিম্বা অন্য কোনো বস্তুৰে লৰচৰ কৰিলে ই গোন্ধযুক্ত ৰস বাহিৰ কৰে। এই ৰসে শত্ৰু জাতীয় প্ৰাণীক বিতাৰণ কৰাত সহায় কৰে। এইবিধ সাপ বিষযুক্ত নহয়।

**(৪) ঢোৰা সাপ (Checkered Keelback Watersnake)**
**Family—Ophidae.** পৰিয়াল—অ'ফিডি।

এইবিধ সাপ বিল, নদী, পুখুৰী, নলা আদি জলাশয়ত থাকে। বৰণত ক'লা চানেকীয়া। বিষযুক্ত নহয়।

**(৫) কাঁড়শলা সাপ (Brozeback Tree Snake) Dendrelaphis tristis.**
**Family—Ophidae.** পৰিয়াল—অ'ফিডি।

এবিধ সৰু আকাৰৰ পাতলীয়া সাপ। গছ বিৰিখৰ ডালত থাকে। মাটিলৈও নামে। কেবাটাও জাত আছে। সেউজীয়া আৰু হালধীয়া বৰণৰ ছাল পৰিধান কৰে। বিষযুক্ত নহয়।

**(৬) মছুৱা সাপ (Common Krait) Bungarus Caeruleus.**
**Family—Ophidae.** পৰিয়াল—অ'ফিডি।

এবিধ মজলীয়া বা ডাঙৰ আকাৰৰ সাপ। নিগনি, এন্দুৰ আদিৰ গাঁত আৰু অন্যান্য সুবিধাজনক ঠাইত লুকাই থাকে। সাধাৰণতে ৰাতি ওলায়। বিষাক্ত সাপ।

**(৭) শকাঁ সাপ (Banded Krait) Bungarus fasciatus.**
**Family—Ophidae.** পৰিয়াল—অ'ফিডি।

দেহত হালধীয়া আৰু ক'লা বৰণৰ খাপ খাপ দাগ থকা এবিধ আকৰ্ষণীয় সাপ। আকাৰ মজলীয়া। বিষাক্ত সাপ। পানী

খুঁৰলিৰ গাঁত আদিত আশ্ৰয় লৈ থাকে । ৰাতি মুকলি লৈ ওলাই আহি নিগনি, ভেকুলী আদি ধৰি খায় ।

(৮) ফেঁটী সাপ (**Indian Monocled Cobra**) Naza naza kwouthia.

Family—Ophidae. পৰিয়াল—অ'ফিডি ।

দ্বিতীয় জাতৰ ফেঁটী সাপ । চকৰী ফেঁটীৰ সৈতে দেখাত একে হলেও ইয়াৰ মূৰৰ পিছৰ ফালে থকা চকৰৰ আকৃতি কম-বেছি পৰিমাণে গোল হয় । বিষাক্ত সাপ ।

(৯) মছুৰা গোম (**Russells Viper**) Vipera russellii.

Family—Ophidae. পৰিয়াল—অ'ফিডি ।

আন এবিধ অলপ ডাঙৰ আকাৰৰ বিষাক্ত সাপ । জোপোহা গছৰ মাজত আশ্ৰয় লৈ থাকে ।

## কীট-পতঙ্গ প্ৰজাপতি
## (INSECTS BUTTERFLIES ETC.)

নানা জাতৰ কীট-পতঙ্গ, পৰুৱা-পিপৰা, পখিলা, জিঁয়া আদি ক্ষুদ্ৰাকাৰ প্ৰাণীৰ উৎপত্তি আৰু অবাধ বিচৰণ আমাৰ বনভূমি বিলাকৰ অন্যতম বৈশিষ্ট্য । তৃণ-তৰু-গুল্ম আৰু পানীৰ আধাৰত এই ক্ষুদ্ৰাকাৰ জীৱ সমূহে সামগ্ৰিক ভাৱে প্ৰাণময় প্ৰাকৃতিক পৰি-বেশৰ সৃষ্টি কৰিছে । প্ৰকৃতি আৰু প্ৰাকৃতিক সম্পদ সংৰক্ষণৰ পটভূমিত এই ক্ষুদ্ৰ জীৱবোৰৰ অৱদান অতুলনীয় । এই প্ৰাণী বিলাকৰ ভিতৰত প্ৰজাপতি বা পখিলাৰ জীৱন বৃত্তান্ত অতি চমক-প্ৰদ ভাৱে কৌতুহল উদ্দীপক । কণী, পলু, লেটা আৰু চকৰী বা পখিলাৰ ৰূপত জীৱনৰ ৰংৰূপ উদ্ভাষিত কৰিব পৰা এই প্ৰজাপতি বিলাকে পতঙ্গবিদ আৰু প্ৰকৃতি প্ৰেমী সকলৰ অন্তৰতো তন্ময়ৰ তৰঙ্গ ৰচনা কৰিব পাৰিছে ।



পতঙ্গবিদ সকলে এই প্ৰজাপতি বিলাকৰ আকাৰ, আকৃতি, বৰণ, আৰু চাৰিত্ৰিক বৈশিষ্ট্যৰ ওপৰত যথাযোগ্য গুৰুত্ব আৰোপ কৰি ভিন্ ভিন্ ভাগত বিজ্ঞান সন্মত ভাৱে শ্ৰেণীবদ্ধ কৰিছে । নিৰ্দিষ্ট প্ৰজাতিৰ পখিলাক বুজাবলৈ ব্যৱহাৰ কৰা বগা পখিলা (White Butterfly) মুগা পখিলা (Brown Butterfly) ব্যাঘ্ৰৰূপী পখিলা (Tiger Butterfly) আদি শব্দৰ সংযোজন বিশেষ ভাৱে তাৎপৰ্যপূৰ্ণ ।

## মৎস্য সম্ভাৰ

অসমৰ অৰণ্যভূমি বিলাকত বিৰাজমান হৈ থকা নদী, বিল, নলা আদিয়ে নানা প্ৰকাৰৰ মাছ ধাৰণ কৰে । আচলতে কণী পৰা পোৱালি জগোৱা আদি প্ৰক্ৰিয়া নিৰৱচ্ছিন্ন ভাৱে প্ৰৱাহমান হোৱা বিষয়ত এই বনভূমি বিলাকে আধাৰ হিচাপে গুৰুত্ব পূৰ্ণ ভূমিকা বহন কৰিছে । এই মাছ বিলাকৰ ভিতৰত শিলঘৰীয়া, মহাছিৰ, বোকাঘৰীয়া আদিৰ নাম বিশেষ ভাৱে উল্লেখ যোগ্য ।

অসমৰ জলবায়ু আৰু মাটি পানীয়ে ধাৰণ কৰা পৰিবেশত লালিত-পালিত হৈ জীৱন নিৰ্বাহ কৰা মৎস্য গোষ্ঠীৰ প্ৰাণীৰ এখন তালিকা তলত দিয়া ধৰণেৰে লিপিবদ্ধ কৰিব পৰা যায় ।

(১) মাগুৰ (**Cat-fish**) Clarius assamensis, C. magur.
মাগুৰ ন্না (ৰাভা) মাগুৰ (মিছিং) ।

এবিধ বাকলি নথকা তেলকলীয়া বৰণৰ গোটা মাছ । দুকাণে দুটা কাঁইট থাকে । সাধাৰণতে সেঁাত নবলা দ চানেকীয়া পানীত বাস কৰে । মুখৰ আগত দীঘল দীঘল দুডাল ডাড়ি থাকে ।

(২) শিঙৰা (**Cat-fish**) Macroneures cavacius tengra.
টেংন্না (ৰাভা) নাৰেও (মিছিং) ।

এবিধ সৰু আকাৰৰ দুফালে দুডাল কাণৰ কাষত কাঁইট উৎপন্ন হোৱা থলুৱা মাছ । বাকলি নাথাকে আৰু এই বাকলি

নথকা, ছালৰ বৰণে সেউজীয়া আৰু বগা ৰঙৰ আঁচ থকা ৰূপ ধাৰণ কৰে। দীঘল ডাড়ি থাকে।

(৩) **লালোৱা শিঙৰা (Cat-fish) Macroneures vittatus.**

এইবিধ শিঙৰা মাছ আকাৰত প্ৰথম বিধতকৈ ডাঙৰ আৰু দীঘল হয়। ইয়াৰ গাতো কোনো প্ৰকাৰৰ বাকলিৰ বিকাশ সাধন নহয়। ছালখনত বগা বৰণে প্ৰাধান্য লাভ কৰে। দুফালে দুডাল ডাড়ি থাকে।

(৪) **শিঙী (Cat-fish) Sacea branchus fossilis.**

শিঙী (মিছিং)।

মাগুৰ মাছতকৈ লাহি আৰু অলপ চেপেটা বিধৰ এবিধ গাত বাকলি নথকা তেলকলীয়া মাছ। গালৰ দুয়ো কাষে উৎপন্ন হোৱা কাঁইট দুডালৰ আগ ভাগত বিষাক্ত পদাৰ্থ থাকে। হাতত বা গাত ফুটিলে বহুত পৰলৈ বিষ থাকি যায়। এইবিধ মাছৰো দুডাল ডাড়ি থাকে।

(৫) **ৰৰালি (Borali) Wallaga attu.**

ন্না জেক্ (ৰাভা) বৰালি (মিছিং)।

এবিধ ডাঙৰ আকাৰৰ মঙহাল মাছ। মুখখন মেলিলে ডাঙৰ হয়। মুখৰ আগভাগত দীঘল বিধৰ ডাড়ি দুডালৰ উৎপত্তি হয়।

(৬) **কাৱৈ (Kawoi) Anabas scandens.**

কৱৈ, কৈ ন্না (ৰাভা) কিগংৱ (মিছিং)

এবিধ বাকলি থকা টান বিধৰ চেপেটা মাছ। দ পানীত সাধাৰণতে থাকে। বাম পানীলৈ উঠি আহি কেতিয়াবা কাণ দুখনেৰে উজাই উজাই বাম ঠাই পায়হি। বাকলিবোৰ গোটেই গাটো তৰাপা তৰপীকৈ সজোৱা থাকে।

(৭) **গৰৈ (Goroi) Ophiocephalus punctatus.**



টাকি ন্না (ৰাভা) লিগুম্ (মিছিং)।

এবিধ গোটা আকাৰৰ মুৰ-ডাঙৰ মাছ। খাল, বিল, পুখুৰী আদিৰ পানীত ইয়াৰ উৎপত্তি পৰিলক্ষিত হয়। গোটেই গাতে বাকলি থাকে। এই বাকলিবোৰৰ বৰণ দেহৰ ওপৰ অংশত অলপ ক'লা চানেকীয়া হয়। বুকু আৰু তলপেটত উৎপন্ন হোৱা বাকলিবোৰে অলপ শুক্ল বৰ্ণ ধাৰণ কৰে। নেজৰ আগত, পিঠিৰ উপৰিভাগত আৰু কাণৰ কাষত ফান থাকে। জাৰৰ দিনত বোকাৰ মাজত সোমাই থাকে।

(৮) **চেঙা (Chenga) Ophiocephalus gashna.**

চংটাক ন্না (ৰাভা) মাৰগাং (মিছিং)

এবিধ গাঁতত সোমাই থকা গোটা আকাৰৰ অলপ ডাঙৰ মাছ। গৰৈ মাছৰ দৰে ইয়াৰ গাটোও বাকলিৰে আবৃত হৈ থাকে। বৰণত ক'লা চানেকীয়া হয়। খাল, ডোং, নদ মা, আদিৰ বন্ধ হৈ থকা পানীত থাকে। ফানৰ আকৃতি গৰৈ মাছৰ দৰে একে হয়। বাকলিৰ উপৰি ভাগত অলপ ফুটুকা ফুটুকী দাগ থাকে।

(৯) **চেঙেলি (Chengeli) Ophiocephalus stewartii.**

নিমাৰ (মিছিং)।

চেঙা মাছতকৈ সৰু বিধৰ গাত বাকলি থকা মাছ। বামত উঠিলে বহুত দূৰত পৰাকৈ জপিয়াব পাৰে। বাকলিবোৰৰ বৰণ ৰঙচীয়াকৈ ক'লা হয়। গৰৈ আৰু চেঙা মাছৰ দৰে পানীত থকা পোক পৰুৱা ধৰি ধৰি খায়। এইবিধ মাছৰ গাটো লাহি হয়।

(১০) **শাল (Sal) Ophiocephalus marulius**
**Syn. Channa marulius.**

ন্না দাৰাং (ৰাভা) লিয়ং (মিচিং)।

গৰৈ গোষ্ঠীৰ মাছ বিলাকৰ ভিতৰত শাল মাছ আকাৰত আটাইতকৈ ডাঙৰ হয়। গাত যিবিলাক বাকলিৰ উৎপত্তি হয়

সেই বাকলিবোৰৰ উপবিভাগত চকলা চকল ফুল বচা দাগৰ বিকাশ সাধন হয়। মাছটো গোটা আৰু মঙহাল হয়।

(১১) শ'ল (Sole) Ophiocephalus striotus.
ন্না বানা (বাভা) লিগাত (মিছিং)।

শাল মাছতকৈ অলপ সৰু বিধৰ গোটা আকাৰৰ বাকলি থকা মাছ। এইবিধ মাছৰ গাত কোনো ধৰণৰ চকলা চকল দাগৰ উৎপত্তি সাধন হোৱা দেখা নাযায়।

(১২) পুঠি (Puthi) Barbus punctio.
Syn. Barbus chola.

ন্না চান (ৰাভা) কেৰতাক (মিছিং)।

পথৰুৱা পানী, নৈ, বিল আদিত সাতোঁৰি ফুৰা এবিধ বাকলি থকা সৰু আকাৰৰ চেপেটা মাছ। বাকলিৰ বৰণ সাধাৰণতে বগা চানেকীয়া হয়। কণী পৰাৰ সময়ত বাকলিত ৰঙচুৱা বৰণৰ উৎপত্তি হয়।

(১৩) পুঠি-কঁইটা, চেনি পুঠি (Puthi Koita) Barbus changunio.

এবিধ ডাঙৰ আকাৰৰ পুঠি মাছ। ঠাই অনুযায়ী এইবিধ পুঠিমাছৰ উৎপত্তি হোৱা পৰিলক্ষিত হয়। বাকলিবোৰৰ বৰণ বগা হয়।

(১৪) পিঠীয়া (Pithia) Barbus tor.

এবিধ ডাঙৰ আকাৰৰ পুঠি জাতীয় মাছ। পুঠি মাছৰ দৰে এইবিধ মাছৰ গাতো বাকলিৰ উৎপত্তি হয়।

(১৫) চেনি-পুঠি (Cheni Puthi) Barbus sarana.
গালি (মিছিং)।

এবিধ অলপ ডাঙৰ আকাৰৰ পুঠিমাছ।



(১৬) মহাছিৰ (Mohaseer) Barbus tor, Tor tor.

পুঠি গোষ্ঠীৰ মাছবোৰৰ ভিতৰত মহাছিৰ নামেৰে জনাজাত মাছ বিধ আকাৰত আটাইতকৈ ডাঙৰ হয়। হিমালয়ৰ শৈলমালাৰ পৰা বাগৰি অহা নদীবোৰৰ উপৰিভাগত এইবিধ মাছৰ উৎপত্তি পৰিলক্ষিত হয়। মীনাহ, বেৰ্কী, জীয়াভৰলী আদি নদীত এইবিধ মাছ মানুহে বৰশীৰে ধৰে।

(১৭) শিলঘৰীয়া (Hilgharia) Barbus dyochilus.

ৰৌ মাছৰ নিচিনা অলপ সৰু আকাৰৰ দীঘলীয়া মাছ। পৰ্বতৰ পৰা বাগৰি অহা নদী বিলাকত ইয়াৰ উৎপত্তি পৰিলক্ষিত হয়।

(১৮) বোকা ঘৰীয়া (Bokagharia) Barbus var.

শিলঘৰীয়াৰ নিচিনা এবিধ দীঘলীয়া আকাৰৰ বাকলি থকা মাছ। পানীৰ তলি ভাগত সাতোঁৰি ফুৰে।

(১৯) কলীয়া জৰা বা মালি মাছ (Kolia Jora or Mali) Labio calbasu.

এবিধ ৰৌ মাছৰ নিচিনা মজলীয়া আকাৰৰ গাত বাকলি থকা মাছ। বৰণত বাকলিবোৰ ক'লা হয়। সেই বাবে এইবিধ মাছক কলীয়া জৰা নামেৰে অভিহিত কৰা হয়।

(২০) কুৰ্হি (Kurhi) Labio gonius.
ওমুক (মিছিং)।

কুৰ্হি মাছ বিলাক আকাৰত কলীয়া জৰাৰ সমানেই হয়। বাকলি বিলাকৰ বৰণ কিন্তু ক'লা নহৈ বগা বৰণীয়া হোৱা দেখা যায়।

(২১) নাৰ (Naro) Labio angra.

এবিধ দীঘলীয়া আকাৰৰ পুঠি মাছৰ নিচিনা মাছ।

(২২) গেদগেদী, ভেদভেদী, খালৈভঙা (Gedgedi, Bhedbhedi, Khaloibhanga) Nandus marmaratus.

এবিধ কাৰৈৰ আকৃতিৰ মাছ। বিল পুখুৰী আদিত থাকে। এইবিধ মাছে মুখখন মেলিলে মুখখনে প্ৰকাণ্ড ৰূপ ধাৰণ কৰে।

(২৩) বাত (Bato) Labio bata.
মুকলি (মিছিং)

পুঠি মাছৰ নিচিনা এবিধ সৰু আকাৰৰ বাকলি থকা মাছ।

(২৪) ভাঙন (Bhangon) Labio boga.
মুকলি (মিছিং)

এবিধ গোল চানেকীয়া আৰু বাকলি থকা মজলীয়া আকাৰৰ মাছ। নৈৰ পানীত এইবিধ মাছ বাস কৰা দেখিবলৈ পোৱা যায়। বাকলিৰ বৰণ পুঠি মাছৰ দৰে হয়।

(২৫) ৰৌ (Row) Labio rohita.
ৰউ (ৰাভা) ৰৌ মুকলি (মিছিং)।

ডাঙৰ আকাৰৰ কুঢ়ি মাছৰ নিচিনা বাকলি থকা মাছ। বাকলিৰ বৰণ বগা হয়। এইবিধ মাছ খাবলৈ উপাদেয় হোৱাৰ বাবে ইয়াৰ দাম অন্য মাছৰ তুলনাত বেছি হয়।

(২৬) বাহু, ভকুৱা (Bahu, Bhakua) Catla catla.
কাটল ন্না (ৰাভা)।

ৰৌ মাছতকৈ আকাৰত সৰু আৰু মুখৰ আকৃতি ভোটা চানেকীয়া হোৱা এবিধ বাকলি থকা মাছ। বাকলিৰ বৰণ বগা চানেকীয়া হয়। পোৱালি অৱস্থাত বাহু মাছকে ভকুৱা নামেৰে অভিহিত কৰা হয়।

(২৭) চিতল, খৰিয়া (Chital, Kharia) Natapterus chitala.
চিতল ন্না (ৰাভা)।

এবিধ কান্ধুলি মাছৰ নিচিনা চেপেটা বিধৰ বাকলি থকা মাছ। বাকলিবোৰ আকাৰত সৰু হয় আৰু বৰণত বগা। চিতল মাছ খাবলৈ ভাল। চিতল অপেনত হৈ থকা অৱস্থাত খৰিয়া বুলি কোৱা হয়। কাঁইট থাকে।



(২৮) কান্ধুলি (Kandhuli) Natapterus kapirat,
পেমাপ্পেন্না (মিছিং)।

কান্ধুলি মাছক দেখাত চিতল বা খৰিয়া মাছৰ নিচিনা দেখি। অৱশ্যে আকাৰত এইবিধ মাছ সিমান ডাঙৰ হোৱা দেখা নাযায়।

(২৯) পাভ (Pabha) Callichrus paba.
পাব'ন্না (ৰাভা) ওচেৰ (মিছিং)।

দেখাত বৰালি মাছৰ নিচিনা এবিধ মজলীয়া আকাৰৰ বাকলি নথকা মাছ। ছালৰ বৰণ সাধাৰণতে বগা হয়। নদী বিল আদিত ইয়াৰ উৎপত্তি পৰিলক্ষিত হয়। দল ঘাঁহ, মেটেকা আদিয়ে আগুৰি থকা পানীত যিবোৰ পাভ মাছ থাকিবলৈ লয় সেইবোৰ পাভ মাছৰ গাৰ বৰণ ক'লা চানেকীয়া হয়।

(৩০) গাগল (Gagol) Arius gagora.
গাগল (মিছিং)।

দেখাত আঁৰি মাছৰ নিচিনা হলেও আকাৰত তুলনা মূলক ভাৱে সৰু হয়। গাত বাকলি নাথাকে। নিজনি পানীত বাস কৰা দেখা যায়।

(৩১) আঁৰি (Ari) Macrones aur.
আৰি ন্না (ৰাভা) আঁৰি (মিছিং)।

শিঙৰা বা গাগল মাছৰ নিচিনা এবিধ মজলীয়া আকাৰৰ মঙহাল আৰু বাকলি নথকা মাছ।

(৩২) কচ (Koch) Silundia gangetica.

কচ মাছ দেখাত আঁৰি মাছৰ নিচিনা হলেও আকাৰত

ভালেখিনি ডাঙৰ হোৱা দেখা যায়। গাত কোনো প্ৰকাৰৰ বাকলি নাথাকে আৰু ছালখনৰ বৰণ বগা চানেকীয়া হয়। এইবিধ মাছ খাবলৈ তেলেতীয়া হয়।

(৩৩) মিৰিকা (Mirika) Cirrhinia mrigula.

এবিধ ৰৌ মাছৰ নিচিনা আৰু মজলীয়া আকাৰৰ মাছ।

(৩৪) নেৰিয়া (Neria) Pseudentropins garua.
এলং (মিছিং)

এবিধ মজলীয়া আকাৰৰ চেপেটা মাছ। গাত বাকলি নাথাকে।

(৩৫) গৰুৱা (Garua) Barbarius yarrelli.
গৰুৱা (মিছিং)

দেখাত শিঙৰা মাছৰ নিচিনা এবিধ প্ৰকাণ্ড আকাৰৰ বাকলি নথকা মাছ। ইয়াৰ মঙহবোৰ অলপ হালধীয়া হয়।

(৩৬) ৰিঠা (Ritha) Pimelodus rita.

এবিধ বাকলি নথকা মজলীয়া বিধৰ মাছ।

(৩৭) বচা (Bocha) Eutropiichthyes vacha.

এবিধ বাকলি নথকা আৰু পাভ মাছৰ নিচিনা মাছ। নৈৰ চলন্ত পানীত এইবিধ মাছৰ উৎপত্তি পৰিলক্ষিত হয়। গাত সৰু সৰু আকাৰৰ চকৰ থাকে।

(৩৮) এলেং (Eleng) Rashbora elenga.
ঙচং (মিছিং)।

পুঠি মাছৰ নিচিনা দীঘলীয়া মাছ। গাত উৎপন্ন হোৱা বাকলিৰ বৰণ বগা হয়।

(৩৯) ডনিকনা (Donikona) Rashbora doniconius.



দিঁন কিনি ন্না (ৰাভা) জন্মাং (মিছিং)।

নিচেই সৰু আকাৰৰ দীঘলীয়া মাছ। দেখাত পুঠি মাছৰ গঢ় লয়। গাত সৰু সৰু বাকলি থাকে। পুখুৰী আদিৰ পানীৰ উপৰি ভাগত জাকে জাকে কমাই ফুৰে।

(৪০) বাঁহপাতী (Bahpati) Chela baceila.

চেপেটা বিধৰ আৰু দীঘলীয়া আকাৰৰ এবিধ বাকলি নথকা মাছ। নৈৰ পানীত ইয়াৰ উৎপত্তি পৰিলক্ষিত হয়।

(৪১) খলিহনা (Khalihana) Trichogaster fasciatus.
ন্না ক্লাপ (ৰাভা) কাৰমি (মিছিং)।

দেখাত কাৱৈ মাছৰ নিচিনা আৰু বাকলি থকা সৰু আকাৰৰ মাছ। বিল, পুখুৰী, খাবৈ খাল আদিত ইয়াৰ উৎপত্তি পৰিলক্ষিত হয়। বাকলিৰ বৰণ ক'লা চানেকীয়া হয়।

(৪২) ভেচেলি (Bheseli) Trichogaster chuna.

খলিহনাতকৈ সৰু আৰু দেখাত ঠিক খলিহনা মাছৰ নিচিনা এবিধ খালে বিলে থকা মাছ। বাকলিৰ বৰণ ক'লা চানেকীয়া হয়। কণী পৰাৰ সময়ত গাৰ বৰণ ৰঙচুৱা হলে দেখিবলৈ মনোৰম হয়।

(৪৩) কঁকিলা (Kokila) Belone cocila.
দাংকেং (মিছিং)।

দীঘলীয়াকৈ গোটা আকাৰৰ এবিধ ঠোঁট দীঘল মাছ।

(৪৪) ভেউ (Bheo) Rita buchanani.

বাকলি নথকা আৰু দেখাত আৰি মাছৰ নিচিনা এবিধ ডাঙৰ মাছ। আকাৰত মূৰটোৱে চুটি আৰু গোটা ৰূপ ধাৰণ কৰে। কাণৰ কাষত দুফালে দুডাল কাঁইট থাকে।

(৪৫) ইলীহ, ইলীহি (Ilsa) Chipea ilisha.

বাকলি থকা আৰু চেপেটাকৈ অলপ দীঘলীয়া ধৰণৰ মাছ। গঙ্গা নদীত ইয়াৰ উৎপত্তি বেছি। ব্ৰহ্মপুত্ৰৰ পানীতো কেতিয়াবা পোৱা যায়। খাবলৈ সোৱাদ হলেও গাত অসংখ্য কাঁইট থাকে।

(৪৬) **চন্দা (Chonda)** Ambassis ranga and Equnla odentula.

চেপেটাকৈ ঘূৰণীয়া আকাৰৰ এবিধ সৰু আকাৰৰ মাছ।

(৪৭) **বটীয়া (Botia)** Nemachilous botius.

বিটিয়া ন্না (ৰাভা)।

গোটা ধৰণৰ দীঘলীয়া আৰু সৰু আকাৰৰ মাছ। পানীৰ তলীত থকা বোকাত আশ্ৰয় লৈ থাকে। গাত বাকলি নাথাকে।

(৪৮) **তোৰা (Toora)** Nemachilous turio.

তুৰি ন্না (ৰাভা) গেৰমে (মিছিং)।

দীঘলী ধৰণৰ ঠোঁট জোঙা মাছ। পানীৰ তলি ভাগত সাপৰ নিচিনাকৈ সাতোঁৰি ফুৰে। বোকাত সোমাই থাকিবলৈ ভাল পায়।

(৪৯) **বামী (Bami)** Mastacembelus armotus.

ন্না ক্লাং (ৰাভা) গেৰমে, পেমি (মিছিং)।

তোৰা মাছৰ নিচিনা আৰু তোৰাতকৈ আকাৰত ডাঙৰ আৰু দীঘল বিধৰ বোকাত থকা মাছ।

(৫০) **কুচিয়া (Kuchia)** Amphipuous cuchia.

ন্না মানা (ৰাভা) যুবি (মিছিং)।

দেখাত সাপৰ নিচিনা এবিধ দীঘলীয়া আকাৰৰ মাছ। বোকাৰ তলত পৰি থাকে আৰু কেতিয়াবা পানীত বুৰ গৈ থকা পাৰত গাঁত খান্দি তাতেই সোমাই থাকে।

0□0

# আমাৰ অৰ্কিড সম্ভাৰ

অৰ্কিড উচ্চাঙ্গ পৰ্যায়ৰ উদ্ভিদ। নানা আকাৰ, আকৃতি আৰু ৰবণৰ পুষ্প ধাৰণ কৰা বিচিত্ৰ উদ্ভিদ হোৱাৰ বাবে অৰ্কিডে উদ্ভিদ বিজ্ঞানী আৰু প্ৰকৃতি প্ৰেমী সকলৰ মনত কৌতুহলৰ সৃষ্টি কৰিছে। অসমীয়া ভাষাত অৰ্কিডক কপৌফুল আৰু ভাটৌফুল বুলি কোৱা হয়। বসন্ত কাল আহি পোৱাৰ সময়ত আমাৰ গছ গছনি বিলাকত কেইবিধমান অৰ্কিডৰ মনোৰম পুষ্পই অভূতপূৰ্ব প্ৰাকৃতিক সৌন্দৰ্য্যৰ সৃষ্টি কৰে। এৰিডিচ ওডোৰেটম, এৰিডিচ মল্টিফ্লোৰম আৰু ৰীংকোষ্টাইলিচ ৰেটুচা নামৰ তিনি বিধ অৰ্কিডক সমূহীয়াকৈ কপৌফুল বুলি কোৱা হয়। বহাগৰ ৰঙালী বিহুত আমাৰ গাভৰু সকলে এই কেইবিধ অৰ্কিডৰ ফুল খোপাত বান্ধে। ডেণ্ড্ৰা টেৰিচ নামৰ অৰ্কিডক ভাটৌ ফুল বুলি কোৱা হয়। আজাৰ আদি নানা প্ৰকাৰ গছৰ ডালত লমা লমে ফুল ফুলি এই বিধ অৰ্কিডে অপূৰ্ব প্ৰাকৃতিক পৰিবেশৰ সৃষ্টি কৰে।

অসম আৰু অসমৰ চুবুৰীয়া পাৰ্বত্য ৰাজ্য কেইখনত কম পক্ষেও তিনি হাজাৰ মান জাতৰ অৰ্কিড পোৱা যায়। ইহঁতৰ কিছুমানে নিচেই ক্ষুদ্ৰাকাৰ ফুল ধাৰণ কৰে। সমগ্ৰ পৃথিবীত ২০,০০০ মান প্ৰজাতিৰ অৰ্কিড আছে বুলি উদ্ভিদ বিজ্ঞানী সকলে ঠাৱৰ কৰিছে আৰু ইহঁতক ৬,০০০ টা গণে (Genera) প্ৰতিনিধিত্ব কৰিছে।

কিছুমান অৰ্কিডৰ উৎপত্তি গছত হয়। কিছুমানৰ উৎপত্তি মাটিত বা পাথৰত আৰু আন কিছুমানক পচা সামগ্ৰী আদিৰ পৰিবেশে ধাৰণ কৰে। সেইবাবে সিহঁতক ক্ৰমে বৃক্ষ বিলাসী কপৌফুল (Epiphiytes), ভূমিবিলাসী কপৌফুল (Terrestrial)

আৰু পচন সামগ্ৰী বিলাসী কপৌফুল (Saprophytes) নামেৰে তিনিটা ফৈদত বিভক্ত কৰা হৈছে ।

উদ্ভিদ বিজ্ঞানীৰ মাপকাঠিৰে নিৰীক্ষণ কৰিব লগা হলে দেখিবলৈ পোৱা যাব যে অৰ্কিড জাতীয় উদ্ভিদৰ নিজস্ব বৈশিষ্ট্য আছে আৰু এই বৈশিষ্ট্যাই অৰ্কিডক এখন সুকীয়া আসনত স্থান দিছে । প্ৰথমতে ক'ব পাৰি যে অৰ্কিডৰ ফুলেও অন্যান্য জাতৰ উদ্ভিদে ধাৰণ কৰা পুষ্পৰ দৰে চুগহি, পাহি, পুংকেশৰ আৰু গৰ্ভ-কেশৰ ধাৰণ কৰে । তিনিটা পাহিৰ ভিতৰত তৃতীয় পাহিটোৱে দীঘলীয়া ভাৱে বিচিত্ৰ আকৃতি ধাৰণ কৰে । এই পাহি ডালক বিজ্ঞান সন্মত ভাষাত লিপ্‌ লাবেলম (বা ওষ্ঠ) বুলি কোৱা হয় । তদুপৰি পুংকেশৰৰ দণ্ড (Style) আৰু মুণ্ড (Stigma) লগলাগি এটা স্তম্ভৰ (Column) সৃষ্টি হয় । অৰ্কিড ফুলৰ এই বৈশিষ্ট্য গঠন ৰীতিৰ লক্ষণ অতি বিচিত্ৰময় । ফুলৰ এই গঠন ৰীতিক সূক্ষ্মভাৱে নিৰীক্ষণ কৰি অৰ্কিড জাতীয় উদ্ভিদক চিনাক্ত কৰিব পাৰি ।

অৰ্কিডৰ গা-গছ, ঠাৰি আৰু পাতৰ গঠনত নিজস্ব বৈশিষ্ট্য পৰিলক্ষিত হয় । প্ৰায় ক্ষেত্ৰতে ঠাৰিৰ গুৰিৰ অংশই আলু বা কচুটেপুৰ দৰে গোটা আকৃতি ধাৰণ কৰে । এই অংশক কৃত্ৰিম টেপ্‌ (Pseudobulb) নামেৰে অভিহিত কৰা হয় । মিহি আৰু দীঘলীয়া পাতবোৰ বিপৰীত মুখী ভাৱে সংস্থাপিত হৈ থাকে আৰু পাতৰ কিনাৰত কোনো প্ৰকাৰৰ খাঁজকটা দাগ নাথাকে । কিছুমান অৰ্কিডে (যেনে Venda tares বা ভাটৌ ফুল) কোনো প্ৰকাৰৰ পাত ধাৰণ নকৰে । ইহঁতৰ ঠাৰিবোৰে হৰিৎকণা (Chorophyll) ধাৰণ কৰি বতাহৰ পৰা আহাৰ সংগ্ৰহ কৰাৰ কাম সমাধা কৰিব পাৰে ।

অসমত আৰু অসমৰ চুবুৰীয়া ৰাজ্য কেইখনৰ প্ৰাকৃতিক পৰিবেশে ধাৰণ কৰা কেইজাতমান আৰ্কষণীয় পুষ্প পৰিধান কৰা



অৰ্কিডৰ সংক্ষিপ্ত পৰিচয় তলত দিয়াৰ দৰে বৰ্ণনা কৰিব পাৰি । অৰ্কিড বিলাকক অৰ্কিডেচি (Orchidaceae) নামৰ পৰিয়ালত স্থান দিয়া হৈছে ।

(১) এৰিডিচ্‌ অদোৰেটম (**Aerides odoratum**)

বেণীৰ দৰে দীঘলীয়া পুষ্প পুঞ্জ ধাৰণ কৰা এবিধ বিতোপন অৰ্কিড । ফুল সামান্য ভাৱে সুগন্ধী হয় ।

(২) এৰিডিচ মল্টিফ্লৰম (**Aerides multiflorum**)

এইবিধ অৰ্কিডেও দীঘলীয়া বিধৰ পুষ্প পুঞ্জ ধাৰণ কৰে ।

(৩) ৰিংকুষ্টাইলিচ ৰেটুচা (**Rhyncostylis retusa**)

এবিধ দীঘলীয়া আকৃতিৰ পুষ্পগুচ্ছ ধাৰণ কৰা অনুপম অৰ্কিড ।

(৪) ডেন্দ্ৰবিয়াম নৰ্বিলি (**Dendrobium nobile**)

বিতোপন ফুল ধাৰণ কৰা এবিধ পাহাৰী অৰ্কিড । পাহাৰৰ নামনিত থকা অৰণ্যভূমিতো পোৱা যায় । বৃক্ষবিলাসী অৰ্কিড হিচাপে ইয়াক ভৈয়ামতো লগাব পাৰি । ফুলৰ ৰং গুলপীয়া । পাহিৰ মাজত গভীৰ ৰক্তবৰ্ণৰ চকৰ থাকে ।

(৫) ডেন্দ্ৰবিয়াম মাস্কেটম্‌ (**Dendrobium muschatum**)

অতি আকৰ্ষণীয় ফুল ধাৰণ কৰা বৃক্ষবাসী অৰ্কিড । ডালৰ আৰু গা-গছৰ আকাৰ বৃহৎ হয় । গোলাপী ৰঙৰ ফুলবোৰ লমালমে ফুলিলে অৰ্কিড-ধাৰী গছ জোপা ৰমক ঝমক হৈ পৰে ।

(৬) ডেন্দ্ৰবিয়াম ফৰ্মোচম্‌ (**Dendrobium formosum**)

হালধীয়া ফুলৰ আলংকাৰিক ৰূপেৰে সুসজ্জিত এবিধ আকৰ্ষণীয় অৰ্কিড । পাহাৰ আৰু ভৈয়ামত থকা ওখ গছৰ ডাল সুশোভিত কৰিব পৰা ফুলবোৰ বহাগ জেঠত লমালমে লাগে ।

(৭) ডেন্দ্ৰবিয়াম এগ্ৰিগেটম্‌ (**Dendrobium aggregatum**)

এবিধ ঘনঘন পাতৰ চেপেটা আকৃতি ধাৰণ কৰা অৰ্কিড । ফুলৰ বৰণ হালধীয়া হয় আৰু প্ৰত্যেক পাহ ফুলৰ মাজভাগত

বেঙুনীয়া ৰঙৰ চকৰ থাকে । সাধাৰণতে কাছাৰ জিলাৰ লংগাই বনাঞ্চলত উৎপত্তি হয় । ইয়াৰে এটা জাতৰ পাত আৰু ফুল নিচেই সৰু সৰু হয় ।

(৮) ডেন্দ্ৰবিয়াম ডেন্সিফ্ল'ৰম (Dendrobium densiflorum, Pine-apple orchid)

পাইন এপেল অৰ্কিড অৰ্থাৎ আনাৰসী কপৌফুল বুলি কোৱা হয় । পুষ্প পুঞ্জৰ আকৃতি মাটি কঠালৰ দৰে গোটা হয় । ফুলৰ বৰণ হালধীয়া । পাহাৰী ঠাইত উৎপন্ন হয় ।

(৯) ডেন্দ্ৰবিয়াম ৱাৰ্ডিয়ানম ( Dendrobium wardianum )

এইবিধ অৰ্কিডেও হালধীয়া বৰণৰ মনোমোহা ফুল ধাৰণ কৰে । সাধাৰণতে অৰুণাচল প্ৰদেশৰ নামনি ভাগত ইয়াৰ উৎপত্তি পৰিলক্ষিত হয় ।

(১০) ডেন্দ্ৰবিয়াম ক্ৰাইচেন্থম (Dendrobium chrysanthum)

সাধাৰণতে পাহাৰৰ নামনি ভাগত উৎপন্ন হোৱা এবিধ বৃক্ষ-বিলাসী অৰ্কিড । হালধীয়া ফুলবোৰ থোপাথোপে ফুলে । বসন্ত কালত ফুল ধাৰণ কৰে যদিও কম বেছি পৰিমাণে শীত কালতো ফুলে ।

(১১) ভেন্দা চেৰুনিয়া (Vanda caerulea)

পাহাৰী ঠাইত উৎপন্ন হোৱা এবিধ বিতোপন অৰ্কিড । ফুলৰ বৰণ বেঙুনীয়া হয় । শীত কালত ফুলে । ভৈয়ামত ইয়াৰ উৎপত্তি নগণ্য ।

(১২) এৰুন্দিনা চাইনেন্স বিকল্পে এৰুন্দিনা বেম্বেচিফলিয়া (Arundina sinens Syn. A bambusifolia)

এবিধ ভূমিনিবাসী অৰ্কিড । বাঁহপতীয়া কপৌফুল । (Bamboo Orchid) নামেৰে জনপ্ৰিয় ভাষাত পৰিচিত । খেৰনি, বৰতানি



আদিৰ মাজত স্বাভাৱিকতে উৎপত্তি হয় । দুটা জাত আছে । এবিধ ওখ আৰু আনবিধ চাপৰ হয় । ফুলৰ বৰণ বেঙুনীয়া বা ৰঙচীয়া হয় । শীতকালৰ বাহিৰে বছৰটোৰ সকলো ঋতুতে কম বেছি পৰিমাণে ফুলে ।

(১৩) এৰিদিচ্ ফিল্ডিনজাই (Aerides fieldingii)

এৰিদিচ্ মল্টিফ্লৰমৰ সমপৰ্যায়ৰ আন এবিধ দীঘলীয়া আকাৰৰ পুষ্পগুচ্ছ ধাৰণ কৰা আকৰ্ষণীয় অৰ্কিড । ফুলৰ বৰণ গুলপীয়া । তাত ফুটফুটীয়া দাগৰ আভাস পৰিলক্ষিত হয় । জনপ্ৰিয় ভাষাত Fox Brush Orchid নামেৰে পৰিচিত ।

(১৪) চিম্বিডিয়াম এলইফলিয়াম (Cymbidium aloefolium)

এবিধ গছৰ ফেৰেঙনিত হোৱা জোপোহা অৰ্কিড । পাতবিলাক লিলিফুলৰ পাতৰ নিচিনা দেখি । ফুল বিলাকে মদৰুৱা ৰং ধাৰণ কৰে । দীঘল দীঘল ঠাৰিত ফুলৰ উৎপত্তি হয় । আলংকাৰিক ফুল গছৰ দৰে-গামলাত অথবা বাৰীৰ গছৰ ফেৰেঙনিত লগাই ৰাখিব পাৰি ।

(১৫) চিম্বিডিয়াম এলিগেন্স (Cymbidium elegans)

ইকৰা জাতীয় উদ্ভিদৰ পাতৰ দৰে দীঘল দীঘল পাত ধাৰণ কৰা এবিধ অৰ্কিড । পাহাৰী ঠাইত ইয়াৰ উৎপত্তি পৰিলক্ষিত হয় । পুষ্প-পুঞ্জই ধাৰণ কৰা গাইগুটীয়া ফুলবোৰ লগলাগি চম্পাকলিৰ আকৃতি প্ৰদৰ্শন কৰে । ফুলৰ ৰং বাদামী ।

(১৬) ফেয়াচ মিচিমেন্সিচ (Phaius mishimensis)

পাহাৰৰ নামনিৰ সেমেকা ঠাইত উৎপন্ন হোৱা এবিধ অৰ্কিড । ফুলৰ বৰণ গুলপীয়া হয় আৰু ঠাৰিৰ গাঁঠিয়ে গাঁঠিয়ে পুষ্পগুচ্ছৰ উৎপত্তি হয় ।

(১৭) ঠুনীয়া মাৰ্চেলীয়ানা (Thunia marshaliana)

অৰুণাচল প্ৰদেশৰ পাটকাই পৰ্বতমালাৰ ৩০০০ ফুটৰ পৰা

৪০০০ ফুট উচ্চতাত এইবিধ অৰ্কিড পোৱা যায়। আকৰ্ষণীয় ফুল ধাৰণ কৰে।

(১৮) ঠুনীয়া আলবা (Thunia alba)

মাটিত, পাহাৰত অথবা গছৰ ফেৰেঙনিত উৎপত্তি হোৱা এবিধ বিতোপন অৰ্কিড। সাধাৰণতে পাহাৰী ঠাইত পোৱা যায়।

ওপৰত অসম আৰু অসমৰ চুবুৰীয়া ৰাজ্য কেইখনৰ প্ৰাকৃতিক পৰিৱেশে ধাৰণ কৰা মাত্ৰ কেইবিধমান অৰ্কিডৰ সংক্ষিপ্ত পৰিচয় ডাঙি ধৰা হ'ল। অৰুণাচল প্ৰদেশৰ ভালুকপুঙৰ সিফালে থকা টিপ্পি নামৰ ঠাইত ৰাজ্যিক চৰকাৰে এটা অৰ্কিড-গৃহ নিৰ্মাণ কৰি বিভিন্ন জাতৰ অৰ্কিড বিজ্ঞান সন্মত ভাৱে গ্লাছ হাউচত সংৰক্ষণ কৰি ৰাখিছে। বিভিন্ন পদ্ধতিত কৰ্ষণ কৰি গৱেষণাত ব্ৰতী হৈছে। গুৱাহাটীৰ চিৰিয়াখানা আৰু বটানিকেল গাৰ্ডেন চৌহদকে ধৰি অন্যান্য বিভিন্ন কেন্দ্ৰত অৰ্কিড সংৰক্ষণ আৰু কৰ্ষণৰ দিহা কৰা হৈছে। মেঘালয় আৰু অৰুণাচলত অৰ্কিড উদ্যান বা Sanctuary প্ৰতিষ্ঠা কৰা হৈছে। সৰ্বভাৰতীয় বন আইনত অৰ্কিডক বিপদাপন্ন উদ্ভিদ হিচাপে গণ্য কৰি সংৰক্ষণ ব্যৱস্থা কটকটীয়া কৰা হৈছে।

—0—



বতা চৰাই QUAIL



দহিকতৰা MAGPIE ROBIN (Copychus soularis)



ৰঙীন বৰটোকোলা PAINTED STORK
(Ibis leucocephalus)



সখিয়তী বা পাটমাদৈ BLACK-HEADED ORIOLE
(Oriolus xanthornus)



বনকুকুৰা JUNGLE-FOWL (Gallus gallus)



টিয়া ভাটৌ LORIKEET (Corylis vernalis)



গোবৰ খুচৰা, ফণিকতৰা HCOPOE (Upopa epops)



মইনা চৰাই HILL MYNA (Gracula religiosa)



মাছৰোকা KING FISHER (Alcedo atthis)



কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানত চৰিফুৰা এজাক দলহৰিণ
SWAMP DEER (Cervus duvoucelii)




ৰিণ্টুৰং বা ভালুক মেকুৰী BINTURONG OR BEAR-CAT
(Arctitis binturong)



গোধা ফুটুকী বাঘ CLOUDED LEOPARD (Neofelis nebulosa)

